অসমীয়া মহাভাৰত।

# উদ্যোগপৰ্ব্ব।



৺ৰামসৰস্বতী-দ্বাৰা ৰচিত।


প্ৰকাশক-

এজেন্সি কোম্পানী।

পোঃ আঃ ৰিহাবাৰী, আসাম।

নতুন [illegible]।

ডিব্ৰুগড়ঃ—স[illegible]

শ্ৰী ৰত্নেশ্বৰ চক্ৰবৰ্ত্তীৰ দ্বাৰা ছাপা হ'ল।

১৯২৮

অসমীয়া মহাভাৰত।

# উদ্যোগপৰ্ব্ব।

শ্ৰীকৃষ্ণায় নমঃ

## দুলড়ি।

নমো হৃষিকেশ, সুকতি সুবেশ;
সজল জলদ শ্যাম।
পূৰ্ণ শশধৰ, হাসি মনোহৰ,
পীত বস্ত্ৰে অনুপাম॥
গলে বন মালা, সুবৰ্ণ মেখলা,
গৰুড় কন্ধত চৰি।
আজানু লম্বিত, ভূজ মনোনীত,
হাতে গদা পদ্ম ধৰি।১

সুনন্দ প্ৰভৃতি, লক্ষ্মী সৰস্বতী,
হৰিৰ বেঢ়ি চৌপাশে।
ভকতক চাই, সন্তোষ বঢ়াই,
মুখত মধুৰ হাসে ॥
যত যোগী জনে, হৰি দৰশনে,
বাহিৰ দৃষ্টিক এড়ি।
এক চিত্তমনে, নিবিড় আস.ন,
সদায়ে জপন্ত হৰি ॥২
অজ্ঞাত সম্প্ৰতি, ভৈল সমাপতি,
পাণ্ডৱ বেকত ভৈলা।
দূত পাঞ্চমাতি, সুহৃদ সহিতি,
সবে এক থান ভৈলা ॥
সাত্যকি সহিতি, দেৱ যদুপতি,
আসিল তহিক লাগি।
পাছে যুধিষ্ঠিৰে, দূত পঠাইলন্ত,
কৌৰৱত ৰাজ্য মাগি ॥৩
ৰাজ্যক নিদিল, অপ্ৰিয় বুলিল,
দুৰ্যোধন মহামান্দ।
পাছে ধৃতৰাষ্ট্ৰে, সঞ্জয়ক পঠাই,
ৰাজ্য নেদে বিনাদন্দে ॥

পাণ্ডৱৰ আলোচি, কৃষ্ণক পাঠিলা,
হস্তিনা পূৰক লাগি।
অৰ্দ্ধ ৰাজ্য নেদে, পাঞ্চখানি গ্ৰাম,
দিয়ো পাঞ্চ ভাইক লাগি ॥৪
পাণ্ডৱৰ বোলে, কৃষ্ণেও গৈলন্ত,
হস্তিনা পূৰক প্ৰতি।
কৃষ্ণৰ চৰণে, ৰাম সৰস্বতী,
পদবন্ধে নিগদতি ॥
কৃষ্ণৰ কথা এৰি, আক থাকা ধৰি,
বৃথা মোৰ আন কাম।
জানি জ্ঞানী লোক, এৰি হিংসা লোভ
ডাকি বোলা ৰাম ৰাম ॥৫

---

## পদ।

বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয়।
পাণ্ডৱত বিদায়ক কৰিলা সঞ্জয় ॥
ধৃতৰাষ্ট্ৰ নৃপতি পঠাইলা যিবা আশে।
ৰহিলন্ত সঞ্জয়ে মনত নিকশ্বাসে ॥৬

পাণ্ডৱেও যি কহিলা তাকো আকলিলা।
হস্তিনা পুৰক লাগি আৰকা চলিলা ॥
বসি আছে ধৃতৰাষ্ট্ৰ বহল সভাত।
গধুলিকা সঞ্জয় প্ৰবেশ ভৈলা তাত ॥৭
ধৃতৰাষ্ট্ৰ নৃপতিক দেখি বিদ্যমান।
প্ৰথমতে কহিলন্ত কৃষ্ণৰ প্ৰণাম ॥
পাঞ্চো পাণ্ডৱৰ গই নমস্কাৰ কহি।
আপুনিও নমি পাচে সমাজত ৰহি ।৮
কহিলেক পাণ্ডৱৰ যতেক নিকাৰ।
বনবাস দুঃখত অচিন্ত চাল হাৰ ॥
দেখি আছো অদভুত কৰ্ম্ম ভয়ঙ্কৰ।
ভীম কাল সৰ্পক দেখন্তে লাগে ডৰ ॥৯
শুনি আছে ভীষ্ম দ্ৰোণ কৰ্ণ দোৰ্য্যোধন।
ধৃতৰাষ্ট্ৰ শকুনি গান্ধাৰী দুঃশাসন ॥
সমাজত বসি আনো সবে আছে শুনি।
সভাত সঞ্জয়ে কহে ভীমৰ কাহিনী ॥১০
সহস্ৰ লোহাৰ ভাৰ মোক্ষ্য গদা গোট।
ভীমৰ বাহুৰ বল কিবে সহে ছোট ॥
দুই হাতে দাঙ্গি এহি দোৰ্য্যোধন বুলি।
পৃথিবীত গদায়ে কোবাৱে তুলি তুলি ॥১১

দুঃশাসন বুলি অৰণ্যৰ পশু ধৰি।
পকাই চিগুন্ত ঘাৰ মুচৰি মুচৰি ॥
কৰ্ণ কৰ্ণ বুলি হাম্ফালিয়া কতো দূৰ ।
মুষ্ঠি হানি পৰ্ব্বত সৱক কৰে চূৰ ॥১২
হেন মতে ক্ৰোধ বশে বন বাস গৈল ।
অজ্ঞাত বৎসৰ এবে সমাপতি ভৈল ॥
লগ নৈলা পুৰাহন পাত্ৰ মন্ত্ৰী বলে।
বিৰাট নগৰে সবে আচন্ত কুশলে ॥১২
দ্ৰোপদ বিৰাট ৰাজাগণ ভৈকে গৈল।
মাধৱে আসিয়ৱা পাণ্ডৱৰ লাগ নৈল ।
কৃষ্ণৰ ভাগিন প্ৰিয় পুত্ৰ অৰ্জ্জুনা।
বিবাহ কৰাইল অভিমন্যু কুমাৰৰ ॥১৪
পাঞ্চ ভাই ভিন্নে ভিন্নে সাদৰি বিস্তৰ
কুশল পুছিলা সবে বন্ধু বান্ধৱৰ ॥
তোমাক বুলিবে নৈলা ধৃতৰাষ্ট্ৰ ৰাই।
প্ৰতিজ্ঞা সাম্ফলি আসি ভৈলা পাঞ্চো ভাই ।:৫
দুঃখ পাইলো হেন জানি শুনা মোৰ বাক ॥
বিভাগিয়া অৰ্দ্ধ ৰাজ্য দিয়োক আমাক ॥
ৰাজ্য নেদিবেক জানো দোৰ্য্যোধন মন্দে।
তেবে তাক কোনে এৰিবেক বিনা দন্দে ॥১৬

এহি বুবি আমাক পাঞ্চিয়া পঠাই দিল ॥
আলোচিয়া যেন মতে হবে ইটো ভাল ॥
বিদুৰে বোলন্ত হেন হোৱয় বিহিত।
পাণ্ডৱক আদ ৰাজ্য দিয়োক তহিত ॥.৭
আমাৰ বচন শুনিয়োক নৰেশ্বৰ।
পাণ্ডৱক লাগি আবে সজায়োক ঘৰ ॥
আগবাঢ়ি তুমি পাণ্ডৱক আনা আগে।
গোবিন্দক প্ৰীয় বাক্য বুলিবাক লাগে ॥১৮
যদি বোলা দোৰ্য্যোধন নমানে ইহাক।
তেবে শুনা হিতপৰ মন্ত্ৰণা কথাক ॥
একক এৰিলে জানা সবে ৰক্ষাপাই।
সিজনক এৰিলেও কিছু দোষ নাই ॥১৯
সবে কুল ৰহোক আমাৰ বোল ধৰ।
দোৰ্য্যোধন পাপিষ্ঠক দূৰে পৰিহৰ ॥
সিটো বোল নুশুনে সকলে ৰাজা বলে।
একৰ নিদানে সবে কুল যাইবে তলে ॥২০
যি কালত কোপে ধনঞ্জয় আসে ধাই।
কি কৰিবা শকুনি পাশাৰ মূল ঘাই ॥
কৰ্ণ দুঃশাসণ আদি মন্ত্ৰী যত আছে।
ভীমৰ প্ৰহাৰে মোক স্মৰিবা পাচে ॥২১

হেন শুনি ক্রোধে দোর্য্যোধন বোলে বাক।
সমাজক লাগি কোনে মাতিলেক আক॥
কোনে মোক এৰিবে কাহাত কৰো আশ।
কৰ্ণক সম্মুখি ৰাজা তুলিলন্ত হাস ॥২২
সেহি বেলা দেখ পাণ্ডুৱৰ বল গোট।
এক বেলি দেখিলা পাণ্ডৱে মোৰ চোট॥
আৰ বাৰ আসে যদি যি কৰিবো পাছে।
পাণ্ডুৱৰ কথাক আমাৰ মনে আছে ॥২৩
কৰ্ণে বোলে দের্য্যোধন নকৰিবা ডৰ।
দেখিছো বীৰতো মই অৰ্জ্জুন ভীমৰ॥
দেৱৰ দুৰ্জ্জয় মোৰ. একো একো শৰ।
অৰ্জ্জুনক লাগি মোৰ এত মান ডৰ ॥২৪
ডাঙ্গৰ শৰীৰ আতি থুলন্তৰ কাই।
এহিমানে পৰাক্রম ভীমৰ বৰাই॥
সমৰ নিয়ম ৰণ ধৰ্ম্ম একো গুণে।
দুহিকে সমান মোৰ ভীমেও অৰ্জ্জুনে ॥২৫
অনন্তৰে কৰ্ণক মাতিলা গুৰু দ্রোণে।
অৰ্জ্জুনক সমৰত জিনিবেক কোনে॥
সমাজৰ মাজত সকলে বল পাই।
মৰন্তেও নেৰিবাহা আপোন বৰাই ॥২৬

ভীষ্ম ৰূর্ণ সমস্তে কৌৰৱ বিদ্যমানে।
গৰু নানি মৎস্যৰ আসিলা কি কাৰণে ॥
অর্জ্জুনৰ শৰে পঙ্কাকুল ৰণ ভূমি।
সি কালত কোথাত আছিলা কর্ণ তুমি ॥২৭
এনে কর্ণ কতবা আছিল পৰি পৰি।
লাঙ্গটাই কাঢ়ি নিলে কঙ্কালৰ দৰি ॥
ভীষ্মে উঠি বোলে দোর্য্যোধন সাজ সাজ।
বলবন্ত সহিতে দন্দৰ কোন কাজ ॥২৮
আপোনাৰ ভাল যদি চিন্তিও আপুনি।
অৰ্দ্ধ ৰাজ্য পাণ্ডৱক দেস এতিক্ষণি ॥
অৰ্দ্ধৰাজ্য নেদস তাহাক নেদো হাক।
তাৰ আদখান যাচি দিয়োঁ পাণ্ডৱক ॥২৯
তাতে তুষ্ট হৈবন্ত পাণ্ডৱ মহাশান্ত।
গুৰু গৌৰৱত বৰ ভকতি একান্ত ॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
এতহন্তে অস্তাগত ভৈলা দিবাকৰ ॥৩০
ৰাত্রি আসি মিলিল নিচিনি পৰাপৰ।
সমাজ বিসৰ্জ্জ পাছে গৈলা অভ্যন্তৰ ॥
ভীষ্ম আদি কৌৰৱ বিদুৰ মহাবলে।
স্বকি স্বকি থানে চলি গৈভুকুহলা লে ॥৩১

পাণ্ডুৰ বাৰ্ত্তা শুনি মনত বিস্ময় ।
ধৃতৰাষ্ট্ৰ ৰাজা তাক মনত গুণয় ॥
নুৰুচে ভোজন কাকো নেদৈ সম্বিধান ।
যেন মহা যোগীৰ লাগিল যোগ ধ্যান ॥৩২
শয়ন কৰন্তে নিদ্ৰা নিমিলয়ে ৰাতি ।
অনন্তৰে বিদুৰক আনিলন্ত মাতি ॥
বিদুৰ আসিলা ধৃতৰাষ্ট্ৰ শুনি তাক ।
সকৰুণে অনেক বুলিলা প্ৰিয় বাক ॥৩৩
দেখা দেখা আবে যেন বিদুৰ বাপু মোক ।
কি কাৰণে মনত নুগুছে দুঃখ শোক ॥
বাম ঊৰু বাম কৰ কম্পে বাম কটি ।
কি কাৰণে বাপু মোৰ নাসয় ঘুমটি ॥৩৪
বিছন্তেয়ো সকল শৰীৰ মোৰ পোৰে ।
মৰণ বেলাত যেন শনিপাত জ্বৰে ॥
নুৰুচে ভোজন পঞ্চামৃত যত ভোগে ॥
অভ্যান্তৰে পিড়ে যেন গৰ্ভশূল ৰোগে ॥৩৫
বিদুৰে বোলন্ত দদা সুমৰাইলা ভালে ।
ডকৰৰ নিদ্ৰা নিমিলয় একো কালে ॥
নিদ্ৰা নাসে চোৰৰ পৰৰ আনে ধন ।
নিদ্ৰা নাসে ব্যাধিমন্ত ৰোগী যিটো জন ॥৩৬

নিদ্ৰা নাসে প্ৰবলক কৰে অপকাৰ ।
নিদ্ৰা নাসে যাৰ শত অসংখ্যাত ধাৰ ॥
পাণ্ডুৱক অপকাৰ কৰি আছা আগে ।
তোমাসৱে দদা নিদ্ৰা নাসিবাক লাগে ॥৩৭
কুট পাশ খেলি পাপ আচৰিলা ঘোৰ ।
পাণ্ডুৱৰ সম্বন্ধি তোৰাসে খাট চোৰ ॥
ধৃতৰাষ্ট্ৰ বিদুৰ সম্বাদ ভৈল যত ।
সংক্ষেপ পয়াৰে তাক নিবন্ধিবো কত ॥৩৮
এহিমতে কথাতে আছন্ত দুইজন ।
দুতয় প্ৰহৰ ৰাত্ৰি ভৈল নিবৰ্ত্তন ॥
তাথাপিতো নৃপতিৰ নিদ্ৰা নিমিলয় ।
বিদুৰে কহন্তে যত যুগুত বাক্যচয় ॥৩৯
বিদুৰে বোলন্তে তযু পুত্ৰ মন্দবৰ ।
সৰ্ব্বকালে দোৰ্য্যোধন কপটৰ ঘৰ ॥
কৰ্ণ দুঃশাসন যে শকুনি সমে চাৰি ।
এসম্বাৰ নিমিত্তে লাগিবে মহা মাৰি ॥৪০
কৌৰব অৰণ্য মাজে তুমি বৃক্ষ গোট ।
পাণ্ডৱ অগনি কৃষ্ণ বায়ুৰ আস্ফোত ॥
সকলে অৰণ্য থান নিবে পুৰি জুই ।
তুমি মাত্ৰ ৰহিবাহা চেঙ্কা পোৰা হুই ॥৪১

কৌৰৱক পাণ্ডুৱ সামৰ্থ নিজবল।
অগনিত বায়ু আৰো হৰি অনুকুল ॥
একশত তনয় মাৰিবে তযু আগে ॥
শোক অগনিত চেষ্টা পোৰা হুইবে লাগে ॥৪২
শোক মোহ আমাত নাহিকে বিদ্যমান ।
সনাতন গুৰুত লভিল দিব্য জ্ঞান ॥
ধৃতৰাষ্ট্ৰ বদতি বিদুৰ কৃপাময় ।
মোক উপদেশ দিয়া সেহি জ্ঞান চাই ॥৪৩
মনত গুচোক মোৰ বন্ধু বান্ধৱত।
তেবেবা সংসাৰ তৰো শোক সমুদ্ৰত ॥
বিদুৰে বোলন্ত মই শুদ্ৰা গৰ্ভে জাত।
নুহিকে উচিত জ্ঞান কহিবে তোমাত ॥৪৪
যদি ইচ্ছা আছে তযু গুৰুক চিন্তা মনে।
ইঠাৱকে লাগি তেন্তে আসিবে এক্ষণে ॥
এহি বুলি বিদুৰে মনত কৰি সাৰ।
সনাতন গুৰুক স্মৰিলা বাৰ বাৰ ॥৪৫
ব্ৰহ্মাৰ তনয় ভৃগু বশিষ্ঠত বৰ।
প্ৰমাণতে দেখি যেন পঞ্চম বৎসৰ ॥
বিদুৰৰ বোলে চলি গৈল তেতিক্ষণে।
দ্বাদশ আদিত্য যেন প্ৰকাশে গগণে ॥৪৬

অন্ধকাৰ ৰাত্রি দশো দিশে গৈল জলি ।
দেখিয়া বিদুৰে উঠিলন্ত কৃতাঞ্জলি ॥
এতহন্তে গৃহত পশিলা সনাতন ।
বদুৰে মাথাত কৰি দিলেক আসন ॥৪৭
পাদ্য অর্ঘ দিয়া ধৃতৰাষ্ট্রত জনাইলা ।
শুনি ধৃতৰাষ্ট্রে আসনত উঠি আইলা ॥
চক্ষু নাই নেদেখে বিদুৰে নিলে ধৰি ।
নমিলন্ত ধৃতৰাষ্ট্রে প্রদক্ষিণ কৰি ॥৪৮
ধৃতৰাষ্ট্রে বিদুৰে পুছিল যত মান ।
ব্রহ্মাৰ তনয় কহিলন্ত তত্ত্ব জ্ঞান ॥
এহিমতে পুছন্তে সংশয় দূৰ গৈল ।
অনন্তৰে প্রভাত সময় আসি ভৈল ॥৪৯
নৃপতিৰ আগে বিদুৰৰ বাক্য গণ ।
প্রভাততে ব্রহ্মা পুত্র ভৈলা অন্তৰ্ধ্যান ॥
ধৃতৰাষ্ট্রে নিত্য কৰ্ম্ম অবসান কৰি ।
পাত্র সমে সমাজত বসিলা আবৰি ॥৫০
ভীষ্ম দ্রোণ সমে কৌৰৱৰ শত ভাই ।
বাহ্লিক শৌবল গান্ধাৰীও সেহি ঠাই ॥
বেঢ়ি বেঢ়ি আছে যত পাত্র মন্ত্রী গণ ।
সঞ্জয়ক মাতি আনিলন্ত সেহি থান ॥৫১

ধৃতৰাষ্ট্ৰে সঞ্জয়ক মাতিলন্ত পাছে।
পাণ্ডৱৰ লগত মাধৱ তৈতে আছে॥
পাণ্ডৱৰ আগে কৃষ্ণে কি বুলিলে মোক।
ধনঞ্জয়ে কি বুলিলে তাক কহিয়োক ॥৫২
আমি জানো কৃষ্ণৰ কুটুম্ব দুয়োঘৰ।
বঢ়া টুটা নাহি কিছু সম্বন্ধে কৃষ্ণৰ॥
কিবা পাণ্ডৱৰ পক্ষে অধিক স্নেহ কৰে।
কিবা দুয়ো ঘৰত সমান দামোদৰে ॥৫৩
বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয়।
ধৃতৰাষ্ট্ৰ নৃপতিৰ বচনে সঞ্জয়॥
এক মন্দিৰতে কৃষ্ণে অৰ্জ্জুনে শয়ন।
নিৰ্জ্জানত ৰৈলে দ্ৰোপদী ও সেহিথান ॥৫৪
সত্যভামা সমে মাধৱকো দেখি তথা।
সঞ্জয়ৰ মনত পৰিল সিটো কথা॥
মাধৱৰ ৰূপ সিটো বচন স্মৰি।
মুৰ্চ্ছা গৈল সঞ্জয় যে পৃথিবীত পৰি ॥৫৫
মুৰ্চ্ছাগত সঞ্জয় মুকুত ভৈল বুলি।
দুইহাতে বিদুৰে ধৰিলা তাঙ্ক তুলি॥
শুনি ধৃতৰাষ্ট্ৰ ৰাজা মনত বিকল।
পাৱত ঢালিলা আনি সুশীতল জল ॥৫৬

বস্ত্ৰ ধৰি বিছিল সঞ্জয় সুস্থ ভৈল ।
পুনৰপি ধৃতৰাষ্ট্ৰে পুছিবাক লৈল ॥
পুত্ৰতো অধিক স্নেহ তোত শত গুণে ।
কি দেখিলি সঞ্জয় বিকল কি কাৰণে ॥৫৭
সঞ্জয় বদতি শুনিয়োক নৃপবৰ ।
অৰ্জ্জুনৰ গৃহত দেখিলো দামোদৰ ॥
তাহাক স্মৰি মোৰ ৰোমাঞ্চ শৰীৰ ।
বিচিত্ৰ সুন্দৰ ধনঞ্জয়ৰ মন্দিৰ ।৫৮
হীৰা মৰকত যত মানিক বাখৰে ।
ফটিকৰ স্তম্ভ শাৰি শাৰি জিকি পাৰে ॥
মানিক প্ৰদীপ চয় প্ৰকাশয় আতি ।
তাহাৰ প্ৰকাশে নাজানিয়া দিন ৰাতি ।৫৯
থানে থানে পাৰিজাত মালতীৰ কুল ।
দামে দামে থৈয়া আছে গুতিমালি ফুল ॥
ধীৰে ধীৰে সুগন্ধ শীতল বায়ু ৰহে ।
কুন্দ্ৰাক্ষৰ জালায়ে অগৰু ধুম্ৰ বহে ॥৬০
ধুম্ৰক দেখিয়া ময়ূৰেও মেঘ বুলি ।
গৃহত পৰিয়া নাচে পুচ্ছ তুলি তুলি ॥
নকুল সহদেৱ অভিমন্যু আদি যত ।
সাত্যকিও যাইবাক নপাৰে তহিত ॥৬১

তথাতে আছয় বনমালী ধনঞ্জয়।
তৈতে লাগি একদিনা চলি গৈলো মই ॥
ডৰে একো দিশক নচাও চক্ষু মেলি ।
মাথে বস্ত্র দিয়া ধীৰে ধীৰে গৈলো চলি ॥৬২
অভ্যন্তৰে পশিলো শঙ্কিত কৰি বাট।
তথাতে দেখিলো মই চাৰি খানি খাট ॥
দুগ্ধ ফেন সম তুলি তাহাৰ উপৰে।
একখানি খাটত শুতিচন্ত দামোদৰে ॥৬৩
আজানুলম্বিত বনমালা শোভে গলে।
মকৰ কুণ্ডল ৰবি শশি সম জলে ॥
সজল জলদ সুশোভন শ্যাম তনু।
ভ্রুযুগ জলে যেন মদনৰ ধেনু ॥৬৪
বিশাল বৰ্ত্তুল দেখিলোহো চাৰি হাত।
চাৰি অস্ত্র ধৰিবাৰ চিহ্ন আছে তাত ॥
ঘুমতিৰ চলে নেমেলন্ত দুয়ো আখি।
গায়ে পীত বসন বিজুলি সম দেখি ॥৬৫
তথাতে দেখিলো সত্যভামা দেবী আই।
কৃষ্ণৰ লগত যে আছন্ত নিদ্রা যাই ॥
অৰ্জ্জুনৰ পাৰদেবী দ্রোপদীৰ কোলে।
সাদৰিয়া সুন্দৰী আচন্ত কাম ভোলে ॥৬৬

আৱৰ খাটত তাৰ চৰণৰ পাছে ।
অৰ্জ্জুনক দেখিলো তথাত শুতি আছে ॥
ইতিনি ভূবনে যাৰ সম নাহি ৰূপে ।
দ্ৰোপদীও শুতিচন্ত তাহান সমীপে ॥৬৭
সিংহৰ লগত যেন শুতিছে সিংহিনী ।
অৰ্জ্জুনৰ লগে সেহিমতে যাজ্ঞসেনী ॥
দেখিলো কৃষ্ণৰ মই দুখানি চৰণ ।
নিঃকিঞ্চন জনৰ বাঞ্চনি মোক্ষধন ॥৬৮
ধ্বজ বজ্ৰ অঙ্কুশ কমল তাতে জলে ।
এখানি দেখিলো অৰ্জ্জুনৰ বক্ষস্থলে ॥
ৰাতুল বৰণ অৰ্জ্জুনৰ শ্যাম তনু ।
মেঘত প্ৰকাশে যেন বাসবৰ ধনু ॥৬৯
বাম চৰণ বাম হস্ত সমে তাতে ।
থাপিলন্ত কৃষ্ণে সত্যভামাৰ কোলাতে ॥
বিষময় হুয়া কিবা সপোনে সচেতে ।
তেসম্বাৰ শয়ন দেখিলো সেহিমতে ॥৭০
লোমাঞ্চ শৰীৰ মোৰ কাম্পে হাতভৰি ।
মাটিত বসিলো মই কৃতাঞ্জলি কৰি ॥
দণ্ডৱতে পৰি পৰি প্ৰণামো তথাতে ।
উঠি উঠি কৃতাঞ্জলি কৰো দুই হাতে ॥৭১

মাতিবাক নোৱাৰিলো বচন নোলাই।
চিত্রৰ পুতলি যেন আছিলোহো চাই ॥
হৰিষে লোতক দুয়ো নয়নে বহয়।
প্ৰথমতে আমাক দেখিলে ধনঞ্জয় ॥৭২
মোক দেখি কৃষ্ণক অৰ্জ্জুনে সঙ্কেতিল।
চৰণত ধৰি মাধৱত জান দিল ॥
জাগিলন্ত কৃষ্ণও মেলিয়া দুই আখি।
চৰণ থৈবাৰ খাট খানি আগে দেখি ॥৭৩
চৰণে ঠেলিয়া মোক দিলন্ত বঢ়াই।
মাথাপাতি লৈলো মই খাট খানি পাই ॥
প্ৰদক্ষিণ কৰি চৰণৰ ধুলি লৈলোঁ।
খাট খানি থৈয়া মই মাটিত বসিলো ॥৭৪
অনন্তৰে কৃষ্ণে মোৰ মুখ চাই চাই।
মধুৰ বচনে মোৰ আনন্দ বঢ়াই।
অল্প অল্প হাসি পুছিলন্ত লাসে লাসে।
কি কাৰণে সঞ্জয় আসিলা মোৰ পাশে ॥৭৫
মইবোলো বিদায় কৰিছো বনমালি।
হস্তিনাপুৰক লাগি চলি যাইবো কালি ॥
মাধৱে বোলন্ত অব্যাহতে চলি যাইয়ো।
কিন্তু তুমি বাৰ্ত্তা শীঘ্ৰে জেঠাত জনাইয়ো। ৭

ভ্ৰাতৃৰ তনয় নিজ পুৰে এৰে সৰি।
তাক দুঃখ দিলে যম যাতনাত মৰি ॥
ধৰ্ম্মময় বৃক্ষ যুধিষ্ঠিৰ মহাভাগ।
ফল ফুল ভৈল তাতে নকুল সহদেৱ ॥৭৭
ভীম ধনঞ্জয় তাতে ভৈল দুই ডাল।
মই দৃঢ় শিপা মূল ভেদিছো পাতাল ॥
ফল পুষ্প শোভনস বৃক্ষ দেখি যাক।
সহস্ৰ বতাসে মিলি কি কৰিবে তাক ॥৭৮
অধম আচাৰে বৃক্ষময় দোৰ্য্যোধন।
দুই ডাল ভৈল তাৰ কৰ্ণ দূঃশাসন ॥
ফল পুষ্প ভৈল তাত উনশত ভাই।
পচা শিপা ভৈলা তাত শকুনি মোমাই ॥৭৯
প্ৰচন্দ বতাস হুইব পাণ্ডৱ সকল।
পাণ্ডৱ বায়ুৰ সখা মই নিজ বল ॥
অল্প বতাসতে সিটো বৃক্ষ ভাগি পৰি।
বৃক্ষৰূপি সমস্ত কৌৰব যাইবে মৰি ॥৮০
আকে জানি আদ ৰাজ্য দিয়স্তোক আগে।
সবংশে জীওক দন্দ বিবাদ নলাগে ॥
সঞ্জয় বদতি হেন কথা শুনি মই।
পুনৰপি মাধৱক বুলিলো নিশ্চই ॥৮১

কৌৰব পাণ্ডৱ যে কুটুম্ব দুয়ো ঘৰ ।
তাত কেন বিষম দেখাহা দামোদৰ ॥
গোবিন্দে বোলন্ত মই সবে কথা বুজো ।
কিন্তু ধনঞ্জয়ৰ ধাৰক নতু সুজো ॥৮২
স্বৰূপ বচন কহোঁ শুনিও সঞ্জয় ।
একদিকি প্ৰাণ সমে সখি ধনঞ্জয় ॥
আৰ দিকে আছে মোৰ যত পত্নীগণ ।
যদু বীৰগণো যে জানিবি সংকৰ্ষণ ।৮৩
পিতৃসমে সেই উগ্ৰসেন মহীপালে ।
আপোনাৰ দেহাক আৰিলো সেই কালে ॥
বন্ধুগণ সহিতে এৰিবে পাৰো দেহ ।
ততোধিক অৰ্জ্জুনক দশ গুণে স্নেহ ॥৮৪
শৰীৰ পৰিলে পুনৰপি দেহা পাই ।
প্ৰাণ সম অৰ্জ্জুনক এৰণ নজাই ॥
প্ৰফুল্ল নয়ন পূৰ্ণানন্দ ঘনশ্যাম ।
আপোনাৰ নয়নে দেখিলো অনুপাম ॥৮৫
যোগী সবে যাহাক নপাৱে ধ্যান কৰি ।
হেনয় কৃষ্ণত মই পৰশিলো ভৰি ॥
হেন শুনি ভীষ্ম দ্ৰোণে উঠি আসনৰ ।
হৰিষে লোতক শ্ৰৱে দুয়ো নয়নৰ ॥৮৬

বাক্য গদ গদ মুখে সুমৰন্ত ৰাম ।
পৃথিবীত মাধৱক কৰিলা প্ৰণাম ॥
সাধু সাধু ভকত বৎসল বনমালি ।
দণ্ডৱতে বিদুৰ পৰিলা এহিবুলি ॥৮৭
পাণ্ডৱৰ পক্ষ যত কুৰু বীৰগণে ।
ধৃতৰাষ্ট্ৰ মাধৱক নমিলন্ত মনে ॥
কৰ্ণ দোৰ্য্যোধন দুঃশাসন সমে বসি ।
মাধৱৰ কথা শুনি তুলিলন্ত হাসি ॥৮৮
অন্যো অন্যে বুলিলেক মুখ চাই চাই ।
যাদৱৰ সমান নিলাজ কেহো নাই ॥
কাৰ সখি নাহিকে এনুৱা কাৰ আছে ।
ভাৰ্য্যা ভাতৃ সমে চাৰিজন আগে পাছে ॥৮৯
বৰই লম্পত মাধৱৰ লাজ নাই ।
অৰ্জ্জুনো পাগল ভৈল তাৰ সঙ্গ পাই ॥
কৰ্ণ উঠি বোলয় নাৰীসে মুখ্য ঘট ।
মাধৱৰ নাহি জানা কিঞ্চিতো কপট ॥৯০
দুঃশাসনে বোলয় এনুৱা কৈত আছে ।
নাৰীতো নিলাজ পৰ আপোন নবাচে ॥
তুখি ভিক্ষি ইহাত নাহিকে আত্ম পৰ ।
দ্বাৰকা যুৰিলে অহঙ্কাৰত কৃষ্ণৰ ॥

নিলাজ সঞ্জয় বৰ তাৰ কথা কহে।
তাকে শুনি প্ৰণামন্তে ভীষ্ম পিতামহে ॥
অৰ্জ্জুনৰ দিকি ভৈল তাকে শুনি পীতা।
ৰাজ্য দিবে বোলন্ত কৰিয়া মনে চিন্তা ॥৯২
তাক শুনি ডকয়ান্ত বিদুৰ খুৰাই।
কুৰু নৃপতিৰ কেহো আটা নতুপাই ॥
ভীষ্মে উঠি বোলে দুঃশাসন শুন শুন।
কতনো কহিবো কুৰু নৃপতিৰ গুণ ॥৯৩
দুঃশাসন শকুনি প্ৰবল কৰ্ণ তুমি।
কোন যুদ্ধে পাণ্ডৱৰ কাঢ়ি লৈলা ভূমি ॥
এক স্থান হুয়া পাত্ৰ মন্ত্ৰী যত লোক।
কৃষ্ণক নিন্দস তেহো কি কৰিলে তোক ॥৯৪
পৰ্ব্বতক কিলালে হাতত দুঃখ পাই।
নাভাগয় শিলা তাৰ ভ্ৰুভঙ্গও নাই ॥
অভিমানে এৰি পাপী মনে মনে গুণ।
ত্ৰিভুবনে পাণ্ডৱক সম আছে কোন ॥৯৫
অৰ্জ্জুনৰ শৰে সবান্ধৱে যাইবি মৰি।
তোহোৰ লগত আমি ভৈলো শয়ন্তৰি ॥
সঞ্জয় বদতি শুনা কৰ্ণ দোৰ্যোধন।
পাণ্ডৱৰ লগত অনেক ৰাজা গণ ॥৯৬

প্রথমতে শিখণ্ডী মাথাত দীর্ঘকেশ।
নীল বস্ত্র পৰিধান শৰীৰ সুবেশ ॥
কৃষ্ণ বর্ণ ঘোড়া কাউৰৰ ধ্বজ যাৰ।
ভীষ্মক বধিবে সেই কৰে অঙ্গীকাৰ ॥৯৭
তানে ভাই ধৃষ্টদ্যুম্ন পুত্ৰ দ্ৰোপদৰ।
ত্ৰিশূল সমান তীক্ষ্ণ টোনে ভৰি শৰ ॥
হৰ বৰ পাইল ধৃষ্টদ্যুম্ন নাম যাৰ।
গুৰু দ্ৰোণ বধক কৰন্ত অঙ্গীকাৰ ॥৯৮
সমৰ উপেক্ষি কৌৰৱৰ দোষ সহি।
মহাক্ৰোধে ফোকাৰন্ত ভীম কাল অহি ॥
দোৰ্যোধন আদি কৌৰৱৰ শত ভাই।
অঙ্গীকাৰ পুৰি ভীমে মাৰিবে কোবাই ॥৯৯
দেৱতাৰ দুৰ্জ্জয় পৰম বলীআৰ।
পূজিলন্ত শঙ্কৰে বীৰত্ব দেখি যাৰ ॥
হেন ধনঞ্জয় কৌৰৱক কোপ মনে।
সৰ্পে যেন ফোকাৰ তেজয় ঘনে ঘনে ॥১০০
ধৃতৰাষ্ট্ৰ বদতি শুনিয়ো দোৰ্যোধন।
দুৰ্জ্জনৰ সঙ্গত দুন্টালি তোৰ মন ॥
কৰ্ণ দুঃশাসন বে শকুনি মুল পাত্ৰ।
তোক নষ্ট কৰিলেক তিনি জন মাত্ৰ ॥১০১

তিনিৰ বচন সুশুনিবি দুৰাচাৰ।
পাণ্ডৱক অৰ্দ্ধৰাজ্য দিয়ো আপোনাৰ ॥
দ্ৰোণে শিখাইলন্ত অস্ত্ৰ শিখিলা সকল।
তৈসানিয়ো পৰাক্ৰম পাণ্ডৱ প্ৰবল ॥১০২
আৰো দেৱতাৰ অস্ত্ৰ শিখিলা সম্প্ৰতি।
পাণ্ডৱক জিনিবেক কাহাৰ শকতি ॥
অৰ্জ্জুনৰ প্ৰহাৰে লভিয়া একে জোপে।
অন্য যুদ্ধে ভঙ্গ দেন্ত ভীষ্ম দ্ৰোণ কৃপে ॥১০৩
দোৰ্যোধন বদতি নকৰো কাতো গহ।
নালাগে যুজিবে দ্ৰোণ ভীষ্ম পীতামহ ॥
একে মাত্ৰ সাধো কৰ্ণ থাকোক কুশলে।
শকুনি মোমাই দুঃশাসন মহাবলে ॥১০৪
আপোনাৰ শত ভাই কৰিবো সমৰ।
পাণ্ডৱক লাগিমোৰ নাহিকয় ডৰ ॥
গৰ্ব্বকৰি বোলো ঘোৰ সমৰক চেদো।
অঙুষ্ঠ প্ৰমান ৰাজ্য পাণ্ডৱক নেদো ॥১০৫
ভীষ্মে উঠি বোলে এতমান গহকাৰ।
দেৱতাৰ অংশ পাঞ্চ পাণ্ডুৰ কুমাৰ ॥
আচোক মনুষ্য সম নোহে দেৱগণে।
পাণ্ডৱক ৰণত জিনিবে পাৰে কোনে ॥১০৬

দোৰ্য্যোধনে বোলয় চটুয়া বৰ তুমি।
পাণ্ডৱৰ আমাৰ জনম একে ভূমি॥
সবে একে মনুষ্য গৰ্ভত জন্ম ক্ষাত।
সি কুন্তী আমি গান্ধাৰীৰ গৰ্ভে জাত॥১০৭
কৌৰৱ পাণ্ডৱ কুল সবে একে বংশ।
তাত কেনে প্ৰশস্ত পাণ্ডৱ দেৱ অংশ॥
বৃদ্ধৰ কুমতি যেন নাটু চাটু কথা।
সেই সেই দেৱতা তোমৰা পাতা জাতা॥১০৮
কৌৰৱৰ খোৱা সবে পাণ্ডৱৰ বশ্য।
চতুৰাস্ত নাহিকেৰ আমিতো মনুষ্য॥
ধৃতৰাষ্ট্ৰ বদতি আৰে শুনিও সঞ্জয়।
পাণ্ডৱৰ প্ৰবল কোননো বীৰ চয়॥১০৯
কৌৰৱক যুজিবাক উদ্যম বিস্তৰ।
কোনে কোনে উৎসাহ বঢ়াই পাণ্ডৱৰ॥
সঞ্জয় ৰদতি যে বিৰাট নৃপবৰ।
সাত্যকিও উৎসাহ বঢ়াই পাণ্ডৱৰ॥১১০
দ্ৰোপদ প্ৰমুক্ষে অসংক্ষাত ৰাজাগণ।
কৌৰৱক যুজিবাক সবাৰে যতন॥
ধৃতৰাষ্ট্ৰে বোলে দুইঘৰৰ দ্বন্দ কৰি।
কোন ঘৰে জিনিবেক যাইবে কোনে মৰি॥১১১

ঘোৰ সমৰত কোন জন হইবে জয়।
স্বৰূপ কৰিয়া মোত কহিয়ো সঞ্জয় ॥
এতহন্তে লগতে অসংখ্য শিষ্য গণ।
সমাজক আসিলন্ত মুনি বৈশম্পায়ণ ॥১১২
ব্যাস আসিবাৰ শুনি ধৃতৰাষ্ট্ৰ ৰাই।
সুবৰ্ণৰ সিংহাসন দিলন্ত বঢ়াই ॥
পাদ্য অৰ্ঘ দিলা সঞ্জয়ক অনুমতি।
অনন্তৰে ধৃতৰাষ্ট্ৰ ব্যাসত বদতি ॥১১৩
শুনা শুনা পিতৃ যে স্বৰূপ বাৰ্ত্তা মোৰ।
কৌৰৱে পাণ্ডৱে যুদ্ধ মিলিবে দোৰ্ঘোৰ ॥
কোনে যুদ্ধ জিনিবে হাৰিবে কোনে ৰণ।
শুনি ব্যাসে সঞ্জয়ক বুলিলা বচন ॥১১৪
ধৃতৰাষ্ট্ৰে যি সুধিলা শুনিলোহো আমি।
আমাৰ আদেশে আক কহিয়োক তুমি ॥
সঞ্জয় বদতি ধৃতৰাষ্ট নৃপবৰ।
শুনিয়োক কহোঁ কোনে জিনিবে সমৰ ॥১১৫
ক্ষমা দয়া লজ্জাত যাহাৰ তুষ্ট মতি।
ধৰ্ম্ম বিনে অধৰ্ম্মত যাৰ নাই ৰতি ॥
ধৰ্ম্মত থাকন্ত হৰি নছাৰন্ত সঙ্গ।
এতেকতে পাণ্ডৱৰ নাই ৰণে ভঙ্গ ॥১১৬

বিচাৰত তেহেঁ। নৰ নাৰায়ণ সাৰ।
কৃষ্ণ ধনঞ্জয় ৰূপে ভৈলা অৱতাৰ ॥
পৃথিবীৰ ভাৰ সংহৰিবে মন কৰি।
বধিবন্ত দুষ্ট দৈত্য দেৱতাৰ অৰি ॥১১৭
ধৃতৰাষ্ট্ৰ বোলে কৃষ্ণ ধনঞ্জয় মানো।
তই যে জানস মই কিসক নজানো ॥
সঞ্জয়ে বোলন্ত মোৰ নাহিকে শকতি।
সৰ্ব্বদায়ে পুত্ৰ গৃহবাসে আশকতি ॥১১৮
সিকাৰণে মাধৱক নজানাহা তুমি।
ভকতি প্ৰবলে গোবিন্দক জানো আমি ॥
ধৃতৰাষ্ট্ৰ বদতি শুনিয়ো দোৰ্য্যোধন।
সঞ্জয়ে কহিলে শুনো কৃষ্ণ নাৰায়ণ ॥১১৯
কৃষ্ণত শৰণ লৈয়ো কায় বাক্য মনে।
তেবে আমাঠৈৰ দিকি হৈব নাৰায়ণে ॥
কৃষ্ণক আনিলে পাণ্ডৱক ঐতে পাই।
ধেনুক বান্ধিলে যেন বৎস তৈকে যাই ॥১২০
হেন শুনি দোৰ্য্যোধনে দিলন্ত উত্তৰ।
সৰ্ব্বকালে কৃষ্ণ কুট কপটৰ ঘৰ ॥
বাহিৰেও কলীয়া ভিতৰে তাৰ কাল।
কপটিত শৰণ লৈলেও নাই ভাল ॥১২১

একো কালে কপটিত নকৰি বিশ্বাস।
আনক বাকলি দিয়া আপুনি ভুঞ্জে সাশ ॥
চোৰক ভাণ্ডাৰ লুভিয়োক হাণ্ডি হাল।
বৈৰ সমে ইষ্টদান ৰহে চিৰকাল ॥১২২
অৰ্জ্জুন সহিতে আছে ইষ্ট দামোদৰ।
আছোক শৰণ নাম নুশুনো কৃষ্ণৰ ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে কথা শুনা পাণ্ডৱৰ ॥১২৩
যুদ্ধত উদ্যোগ পাণ্ডৱৰ বীৰ গণ।
অস্ত্ৰ শস্ত্ৰ ধৰি ফুৰে আনন্দিত মন ॥
ধৃষ্টদ্যুম্ন শিখণ্ডি বিৰাট যুযুধান।
নৃপতিৰ সমাজত ভৈল এক থান ॥১২৪
পাছে ভীমেসেন নকুল সহদেৱ দুই।
সমাজত বসিলন্ত একস্থান হুই ॥
যুধিষ্ঠিৰ নৃপতি বসিলা সেহিথানে।
মাধৱে পাৰিয়া দিলা দিব্য সিংহাসনে ॥১২৫
যুধিষ্ঠিৰে মাধৱক দিয়াইলা আসন।
সেহিবেলা অৰ্জ্জুন তহিত উপসন ॥
সমাজে প্ৰবেশ দেখি তিনি মহাবল।
গাৱচালি উঠিলেক সমাজ সকল ॥১২৬

সম্ভাসা কৰিলা মাতি যাক যেন মত।
যুধিষ্ঠিৰে প্ৰথমে বসিলা আসনত ॥
ৰাজাগণ পাছে বসিলেক স্বকিথান।
একাসনে বসিলা অৰ্জ্জুন নাৰায়ণ ॥.২৭
পাণ্ডৱক উপাসি গৌৰবে বীৰবল।
বাসৱক বেঢ়ি যেন ত্ৰিদশ সকল ॥
শুনি আছে সকল সমাজ নিৰন্তৰে।
যুধিষ্ঠিৰে কৃষ্ণক মাতিলা ধীৰে ধীৰে ॥১২৮
ইতো দুঃখ নিকাৰ সহিবো কত কত।
দেখা দেখা কৃষ্ণ পাণ্ডৱৰ দুঃখ যত ॥
মহাকুট পাশে দোৰ্য্যোধন দুৰাচাৰ।
চলে বলে ৰাজ্য কাঢ়ি লৈলেক আমাৰ ॥.২৯
অদ্যাপিয়ো থিৰ নুহি উদবেগ মতি ।
দৰিদ্ৰৰ আশা যেন শাকে অম্নে ৰতি ॥
ধনৱন্ত প্ৰাণীৰ সিজয় সবে ধৰ্ম্ম ;
দিলে থলে তাহাক সবেও কৰে মৰ্ম্ম ॥১৩০
সহস্ৰ অসংখ্য ধন থাকয় যাহাৰ।
দুৰ্গুণেও সুগুণ সকলে গুণতাৰ ॥
এতেকে মাধৱ দুঃখি জানিবা আমাক।
ধনৱন্ত দোৰ্য্যোধন জানিবা তাহাক ॥১৩১

সঞ্জয়ে কহিলে যত স্বৰূপ তাহাক।
জানিবা কৌৰৱে ৰাজ্য নেদয় আমাক॥
নিকাৰ স্মৰন্তে দ্ৰোপদীৰ দেখি মুখ।
আত পৰে পাণ্ডৱৰ আছে কোন দুখ॥১৩২
ক্ষেত্ৰি জাতি ধিক হেন পৰম নিষ্ঠুৰ।
জ্ঞাতি হিংসা বৈৰী যেন কুকুৰে কুকুৰ॥
মহাহিংসা জ্ঞাতি বধ পাতকক ভয়।
শয়নতো ৰাত্ৰি মোৰ নিদ্ৰা নিমিলয়॥১৩৩
পিতামহ জেঠা সোদৰক কৰি হত।
কিবা সুখ পৃথিবী লভিবো সমৰত।
মাধৱে বোলন্ত দদা হেনসে বিহিত।
শত্ৰু কৰি ভলি ৰাজ্য লৈবাক উচিত॥১৩৪
মহা দুখে ৰাত চাই পৰিহৰি শোক।
আশাকৰি তোমাক আছয় বন্ধুলোক॥
এবে যদি ৰণ কৰা ক্ষত্ৰিয়ৰ ধৰ্ম্ম।
শুনি তযু বন্ধুগণে কৰিবন্ত মৰ্ম্ম॥১৩৫
শুনা দদা হিত পৰ মন্ত্ৰণা যুগুত।
কৌৰৱৰ পাশে মোক পঠায়োক দূত॥
তোমাৰ কাৰণে দূত হইয়া চলিযাওঁ।
ৰাজ্য দেই নেদে কৌৰৱত পুছি চাওঁ॥১৩৬

যদি ৰাজ্য নেদে সমৰক কৰি সাৰ।
কৌৰৱক মাৰি ৰাজ্য লৈয়ো আপোনাৰ।
হেন শুনি যুধিষ্ঠিৰে বুলিলন্ত বাক।
কোন সতে দূত কৰি পাঠিয়াবোঁ তোমাক ॥১৩৭
মহাদুষ্ট পাপী দোৰ্য্যোধনৰ সমাজ।
স্ত্রীমদে অন্ধ কাকো নাহিকে তাৰ লাজ ॥
সৰ্ব্বকালে হিত তুমি জানিবা আমাৰ।
পাপী দোৰ্য্যোধনে নকৰিবে সতকাৰ ॥১৩৮
কটুকথা অনেক বুলিবে মন্দ বাক।
সমাজত সিংহাসন নিদিবে তোমাক ॥
মাধৱে বোলন্ত যাইবোঁ কৌৰৱ সমাজ।
সাধিবাক আমিনে পাৰিবো তযু কাজ ॥১৩৯
তযু অৰ্দ্ধৰাজ্য খুজি চাইবো আগৰি।
যদি ৰাজ্য নেদে জানো তাক নিষ্ট কৰি ॥
শুনা শুনা দদা নিষ্ট কৰি বোলো সাৰ।
বিনা যুদ্ধে ৰাজ্য সুখ নহৈবে তোমাৰ ॥১৪০
তথাপিতো যাইবো লোক অপবাদ ডৰে।
সম্বন্ধত আমাৰ কুটুম্ব দুই ঘৰে ॥
লোকে হেন বুলিবে কৃষ্ণেদে বৰ মন্দ।
সন্ধযুক্তি কৰি কৃষ্ণে নভাঙ্গিলে দন্দ ॥১৪১

সিকাৰণে বংশৰ মাজত কটাকটি।
অন্যত্ৰৰ দোষ নাই মাধৱৰ ঘাটি ॥
হিত উপদেশ হেন যুগুত উত্তৰ।
যুধিষ্ঠিৰে কৃষ্ণক মাতিলে ধীৰে ধীৰ ॥১৪২
তযু মকৰন্দ পদ্ম চৰণ ঘ্ৰাণে।
সদায়ে নিৰ্ম্মল চিত্ত মহাজন গণে ॥
তযু লীলা গুণ কৰ্ম্ম সুমৰি সুমৰি।
তাসম্বাৰ কৃপাতেসে ভব ভয় তৰি ॥
তুমি পুনু নাৰায়ণ তেসাম্বৰ প্ৰতি।
তোমাৰ হেনসে স্নেহ পাণ্ডৱক প্ৰতি ॥
তযু গুণ কৰ্ম্ম সেৱকক যোগ্য নুই।
কৌৰৱৰ পাশক চলিবা দূত হুই ॥১৪৪
দূত হুইয়া যাইবা যদি তথাপি নবাধো।
এথানি গোছৰ তযু চৰণত সাধো ॥
কৌৰৱৰ হিংসা বাদ অপমান পাই।
তঙ্ক নামে চাণ্ডালক সহণ নজাই ॥১৪৫
সিকাৰণে সমৰক অভিলাষ কৰো।
তথাপিতো জ্ঞাতিবধ পাতকত ডৰো ॥
সি কাৰণে দোৰ্য্যোধন নৃপতিৰ পাশে।
মৃদুত্তৰ বচন বুলিবা লাসে লাসে ॥১৪৬

ভেদমত সুবুলি বুলিবা প্রিয় সাম।
ৰাজ্য নেদে যদ্যপি মাগিবা পাঞ্চ গ্রাম ॥
তথাপিতো আমাৰ দন্দত কার্য্য নাই।
তাৰে সেৱা কৰিয়া থাকিবো পাঞ্চ ভাই ॥১৪৭
ভীমে উঠি বোলন্ত শুনিও জনার্দ্দন।
মহাঘোৰ সমৰত নাই মোৰ মন ॥
একে থানে জন্ম সবে কুৰু পাণ্ডৱৰ।
শুণি চোৱা কৃষ্ণ আমি কি দূৰ এচৰ ॥১৪৮
অমর্য্যাদ যদি দোর্য্যোধন দূৰাচাৰ।
তথাপি সম্বন্ধে হোৱে ভাই আপোনাৰ ॥
ভাইৰ দোষ নসহি সহিবো দোষ কাৰ।
যদ্যপি বিৰোধি তভো বংশ আপোনাৰ ॥১৪৯
ভাই ভাই বিৰোধ দুগুর্ণ কার্য্য সহে।
সি সি মহাজন যিটো দুগুর্ণক সহে ॥
গৃষ্মকালে সন্তোষ চন্দন বিন্দু পালি।
তেনয় সন্তোষ শুনি গোত্রৰ গালি ॥১৫০
ভিক্ষামাগি খাইবো ঘৰে ঘৰে চিৰকাল।
তথাপিতো কৃষ্ণ বিবাদত নাহি ভাল ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয়।
কৃষ্ণে যদি শুনিলা ভীমৰ বাক্য চয় ॥১৫১

শিলা যেন পানি ভৈল অগনি শীতল ।
হীন ভৈলা যেন ব্ৰাহ্মণৰ তেজ বল ॥
সৰ্ব্বকালে কঠিন কটুৰ ভয়ঙ্কৰ।
সকৰুণ বাক্য নাই ভীমৰ মুখৰ ॥১৫২
ভীমৰ সদয় বাক্য দুঃখ বৰ মন।
অনন্তৰে কৃষ্ণে তাঙ্ক বুলিলা বচন ॥
শুনা শুনা ভীম যদি মহন্তৰ গোপ্য ।
আজি কেন কৌৰৱক এৰিলাহা কোপ ॥১৫৩
কৌৰৱৰ অপমান সুমৰি সুমৰি।
অৰণ্যৰ মাজত দাৰুণ গদা ধৰি ॥
ক্ৰোধত পাগল যেন বাতুল আকাৰ।
মাথা পুতি গদাত আলম্বি কতো বাৰ ॥১৫৪
কতো গদা তুলিয়া হাম্ফলি কতো দূৰ ।
কৌৰৱ বুলিয়া অৰণ্যক কৰা চূৰ ॥
ভাই ভাই আলাপ নাহিক ৰস হাসি।
মহা দুঃখে শোকে আতি কুবেশী প্ৰবাসী ॥১৫৫
কতো কতো নিদ্ৰা কৰা দুঃখে অপমানে।
সপোনতো কৌৰৱক পাই সেহি থানে ॥
আৰ্ত্তৰাৱ কৰি উঠি তুলি লোৱা শূল।
লোকে দেখি বোলে ভীমে ভৈলন্ত বাতুল ॥১৫৬

সৰ্ব্বকালে জানো তুমি পুৰুষ বিষম।
আজি কেনে ভৈলা দদা নপুংসক সম ॥
বৃকোদৰ বদতি শুনিয়ো দামোদৰ।
নতুগুচে পৰাক্ৰম দুৰ্জয় ভীমৰ ॥১৫৭
শৰীৰতো বল আছে আছে গদাঘোৰ।
লোক অপবাদত তথাপি ভয় মোৰ ॥
লোকে হেন বুলিবে কপটি বৃকোদৰ।
সবাকাৰ দোষ লেখে মিলে ভায়েকৰ ॥১৫৮
ভীষ্ম দ্ৰোণ সমস্তে সুহৃদ আপোনাৰ।
তেসম্বো বুলিবে ভীম কিনো দুৰাচাৰ ॥
ধনঞ্জয়ে বোলন্ত আমাৰো হেন মতি।
অলপৰ নিদানে দন্দুৰা কথতি ॥১৫৯
একে থানে জন্ম সবে কুৰু পাণ্ডু কুল।
দুৰ্য্যোধৰ তোমাৰ কুটুম্ব সমতুল ॥
দুৰ্য্যোধৰে কুশলে থাকিবো চিৰকাল।
তুমি যাৰ কুটুম্ব তেবেতো তাৰ ভাল ॥১৬০
নকুল বদতি দদা শুনা দামোদৰ।
যেন মতে তোমাৰ মনৰ ৰুচিকৰ ॥
সিবেলাত যেন হোয়ে অবস্থা বিহিত।
তেনে তেনে কৰিবা তোমাৰ মনোনীত ॥১৬১

সহদেব বদতি শুনিয়ো দামোদৰ।
নকৰিবা সময়স্থি কুৰু পাণ্ডৱৰ ॥
সৰ্পে মুষে ইষ্টতা নবহে চিৰ কাল।
আওৰ কি কৌৰবে পাণ্ডৱক দেখেভাল ॥.৬২
চুল ধৰি দ্ৰোপদীক ঘষাই আছে আগে।
পাণ্ডৱৰ মনত কৌৰৱ আৰো লাগে ॥
কৌৰবেও আমাত নেৰিবে মনে ৰাগ।
কৈত শুনি আছা এক চোঙ্গে দুই বাঘ ॥১৬৩
বতাসৰ তুলা শসাৰ যেন ঘোল।
যুধিষ্ঠিৰ ভীম অৰ্জ্জুনৰো সেহি বোল ॥
তেসম্বে স্নুযুজে যদি বোলো সাৰে সাৰ।
অকলেয়ো কৌৰৱৰ চিন্তি বোহো মাৰ ॥১৬৪
তুমি মাত্ৰ সহায় হইবাহা চক্ৰপাণি।
বিগুটি কৰিবো কৌৰৱক শৰে হানি ॥
সহদেৱৰ বাক্যও বিচাৰত সাৰ।
শুনি ৰাজাগণে প্ৰসংশিলা বাৰে বাৰ ॥১৬৫
সাত্যকি বদতি দদা মোৰো এহি চিত।
কৌৰৱক মাৰিবে আমাৰ মনোনীত ॥
কহে ৰাম সৰস্বতী আন কাম এৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥১৬৬

## লেচাৰি ।

দ্ৰোপদ নন্দিনী মনে গুণি, স্বামীসকলৰ বাক্য শুনি,
ৰাজ হংস গতি চলি যান্ত ধীৰে ধীৰ ।
যথাত আচন্ত দেৱ হৰি, নৃপতি সকলে মধ্য কৰি,
তথাকে চলিলা বহে নয়নৰ নীৰ ॥১৬৭
নেতৰ বসন পৰিধান, মাথাত মালতী কৰে ভ্ৰাণ,
বহল জঘন তনু আতি মধ্য ক্ষীণ ।
নিতম্ব যৌৱন স্তন ভৰে, শোকে নয়নৰ নীৰ ঝৰে,
পূৰ্ণ চন্দ্ৰ যেন কলঙ্কে ভৈল মলিন ॥১৬৮
মাধৱৰ গৈয়া সমীপত, দ্ৰোপদ নন্দিনী উপগত,
মাথে বস্ত্ৰ দিয়া বচন বুলিলা শোকে ।
দেখা দেখা মোক দামোদৰ, অনাথিনী নাহি মোত পৰ
দেখিলে বিপত্তি কুৰু সমাজৰ লোকে ॥১৬৯
চুলে ধৰি দুঃশাসন বাঘে, ধৃতৰাষ্ট্ৰ শশুৰৰ আগে,
ঘসাইলেক মোক অনাথিনী পৰবাস্থ ।
পাণ্ডুপতি মোৰ সেহি থানে, বিলাই বিপত্তি ভৈল মানে
আগতে আছিল গান্ধাৰিণী জেষ্ঠ শাশু ॥১৭০
পাণ্ডুপতি সমে পাশা জিনি, দাসী কৰিলেক দোৰ্যোধন
লাজ কৰিলেক ভীষ্ম শশুৰৰ আগে ।

সি বেলাত মোৰ নাহি আন, তোমাৰ চৰণ কৰি ধ্যান,
নাৰায়ণ নাম স্মৰিলো অনু ৰাগে ॥১৭১
তেবেসে শঙুৰে দিলা বৰ, পাঞ্চ পাণ্ডৱৰ ধনু শৰ,
উদাস কৰিলো পাঞ্চ পতি সমে মাগি।
কৌৰৱে আলোচি কৰি সাস, পাঞ্চ পাণ্ডৱক বন বাস,
ডক্কাই খেদিলে ঘোৰ অৰণ্যক লাগি ॥১৭২
সিটো কৌৰৱৰ অপমানে, বিলাই বিপত্তি ভৈল মানে,
ভীমৰ বচনে আৰ কান্দিলা বঢ়াই।
ধৰ্ম্ম নৃপতিৰ অভিপ্ৰাই, তুমি যাইবা কৌৰৱৰ ঠাই,
সাম্যতা বচনে প্ৰিয় বুলিবা বুজাই ॥১৭৩
ইবেলি কৌৰৱেঁ আন এৰি, মোক মাৰিবেক জুইত পুৰি
তেবে পৰাক্ৰমী ভীমৰ সিজে বড়াই।
তুমি বিনে ইটো দুখ ত্ৰাণ, কৰন্তা নাহিকে মোৰ আন
ভীম অৰ্জ্জুনৰ বীৰত্ব ভৈলেক ঠাই ॥১৭৪
ধিকাৰ ভীমৰ বাহু বল, ধিক অৰ্জ্জুনৰ ধনু শৰ,
ক্ষত্ৰিয় জাতিৰ হেন কি কাতৰ তনু।
অসমৰ্থ ভৈলে দোষ নাই, নপুংসক ভৈল পাঞ্চোভাই,
লোহাঁ দামোদৰ এসম্বাৰ পাঞ্চ ধনু ॥১৭৫
দ্ৰোপদ ৰাজাৰ বিদ্যমানে, যজ্ঞ বেদি আতি শুদ্ধ মনে
জনম লভিলো দ্ৰোপদে তুলিলে মোক।

ধৃষ্টদ্যুম্ন আদি শত ভাই, পিতা দ্রোপদেও বৰ চাই,
আজমিঢ় কুলে বিবাহ দিলন্ত মোক ॥১৭৬
যাৰ সুকোমল বাক্য মধু, পাণ্ডু নৃপতিৰ কুল বধু,
প্ৰিয় ভাৰ্য্যা ভৈলো পাঞ্চ ভাই পাণ্ডৱৰ।
তুমি যাৰ সখা গদা পাণি, আমি অসমৰ্থ কোন খানি,
গুণিচোৰা দুঃখ কোন গুণে হীন পৰে ॥১৭৭

---

ছবি।

এহি বুলি যাজ্ঞসেনী, কৃষ্ণৰ চৰণ খানি,
তিয়াইলন্ত নয়নৰ লোহো।
দুঃখিত বৎসল জানি, কায় বাক্য মোৰ মনে,
সমৰ্পিলো পাঞ্চ গুটি পোহো॥
ভাগিন বুলিয়া কৃষ্ণে, অভিমন্যু তনয়ক,
যেন মতে তাতে তয়ু লুলি।
আমাৰো পুত্ৰক প্ৰভু, তেনয় দেখিবা তুমি,
আজি হস্তে দিলো তুলি তালি ॥১৭৮
ভীম নৃপতিৰ মোৰ, সম্বন্ধে দেৱৰ হোৱা,
অৰ্জ্জুনৰ সম্বন্ধত সখি।

সম্বন্ধত সুভদ্ৰাৰ, ভাই হোৱা আপোনাৰ,
সিকাৰণে প্ৰাণ সম দেখি ॥
অনুবন্ধ উপভোগ, দাসীকো নুহিকো যোগ্য,
তথু আগে নুগুছে কপটে।
সহদেৱ নকুলৰ, সম্বন্ধে জেঠোত হোৱা,
সকলে সম্বন্ধে মোত ঘটে ॥১৭৯
সহদেৱ নকুলৰ, স্বৰূপ বচন শুনো,
কৌৰৱক যুজিবাক মন।
ভীম নৃপতিৰ আৰো, অৰ্জ্জুনৰ বাক্য শুনি,
অতিশয় ডৰে মোৰ মন ॥
তেসম্ব নুযুজে যদি, কৌৰৱক ডৰে ভয়ে,
তভো মই দাসীৰ নিদানে।
অভিমন্যু সমে মোৰ, পাঞ্চ তনয়ক লই,
কৌৰৱক সংহাৰিবো ৰণে ॥১৮০
বুঢ়া পিতৃ দ্ৰোপদেও, মোৰ অৰ্থে যুজিবন্ত,
ধৃষ্টদ্যুম্ন আদি ভাই শত।
এসম্বাক সঙ্গেলই, আপুনিও থেদি গই,
কৌৰৱক বধিবো ৰণত ॥
দুঃশাসন বধু লোক, কৰিবে অনেক শোক,
কান্দিবন্ত গান্ধাৰিণী শাশু।

তুমি পাইবা খেদি গই, কাটিবা খড়্গ লই,
দুঃশাসনৰ দুই খান বাহু ॥১৮১
ধৰ্ম্মৰ বচন লই, কৌৰৱৰ পাশে গই,
সময়ন্তি কৰি দন্দ বাটা।
তেবে বোলা অনুৰাগে, পাছে যেই কৰা লাগে
খড়্গ হানি আগে মোক কাটা॥
এহি বুলি হাত তুলি, বেণী বন্ধা চুলি মেলি,
দুঃশাসনে ধৰি আছে যাত।
সেহি দিনা হন্তে ধৰি, বান্ধিচন্ত ভিন্ন কৰি,
মেলি দিলা কৃষ্ণৰ হাতত ॥১৮২
দেখা দেখা জনাৰ্দ্দন, কেশ ডালি বিটোপন,
এহি বুলি দিলা হাতে হাতে।
সমাজৰ মাজে যাই, ভায়েকৰ বোল পাই,
দুঃশাসনে ধৰি অছে আতে॥
শোকতে বিকল ভৈলা, আজোৰন্তে চিণ্ডি গৈলা,
আজিও দুখাই একফাল।
সেহি দিন হন্তে আক, ভীমেও দিলন্ত হাক,
লগত নবান্ধো একোকাল ॥১৮৩
যেতিক্ষণে দামোদৰ, সমাজত কৌৰৱৰ,
সময়ন্তি কৰা দন্দ ঘোৰ।

সেৱকিনী মানিয়োক, যদি দয়া আছে মোক,
সুমৰিবা কেশ ডালি মোৰ ॥
মাধৱেও হাত তুলি, দ্ৰোপদীৰ কেশ ডালি,
মেলি মেলি চাইলা ভাল কৰি।
বহু দীৰ্ঘ মনোৰম, ময়ুৰৰ পুচ্ছ সম,
পটন্তৰে নাই যাক সৰি ॥ ১৮৪
ৰাজসূই অভিষেক, ৰাজ ভাৰ্য্যা সহস্ৰেক,
যাৰ খোপা পূজিলা হৰিষে ॥
মাধৱে মেলিলা যদি, দ্ৰোপদীৰ কেশ ডালি,
সেহি ঘ্ৰাণ দশো দিশে বহে।
কেশৰ সুৰভি ঘ্ৰাণে, সমস্তে আমোদ ভৈল,
চাহি আছে নৃপতি সকলে।
কৃষ্ণৰ চৰণ খানি, কান্দি কান্দি যজ্ঞসেনী,
তিয়াইলন্ত নয়নৰ জলে ॥ ১৮৫
বিপ্ৰমধ্যে সাৰোদ্ধাৰ, কবি চূড়ামণি যাৰ,
নাম ভৈল কুল প্ৰকাশক।
অদ্যাপি যশস্যা ৰৈল, উপাসন্তে কাল গৈল,
ভক্তি ভাৱে শ্ৰীহৰি হৰক ॥
তানে জ্যেষ্ঠ পুত্ৰ শান্ত, গোবিন্দক উপাসন্ত,
ভাগৱত শাস্ত্ৰে যাৰ ৰতি।

বেদ পুৰাণক মানে, নকহন্ত যাত বিনে,
তান পাৱে কৰন্ত ভকতি ॥১৮৬
গুণৱন্ত বংশ ধৰ, তেহে কবি চন্দ্ৰধৰ,
সমন্ধত সোদৰ আমাৰ ।
যাৰ কুল অভিলাষে, শিক্ষা উপেদেস শুনে,
ইটো পদ কৰিলা প্ৰচাৰ ॥
ভাই যেন ভায়েকক পিতৃ যেন তনয়ক,
গুৰু যেন শিষ্যত বদতি ।
জনমে জনমে মোৰ, আন একো ইচ্ছা নাই,
তান দুই পদে হৌক ৰতি ॥১৮৭
আমি পুনু হীন মতি, বোলে ৰামসৰস্বতী,
তুমি পুনু মহন্ত সকল ।
হেন জানি নিন্দা এৰি, শুনা সবে নৰ নাৰী,
ধৰা কৃষ্ণ চৰণ কমল ॥
ভাৰতৰ পদ চয়, বিৰচিলো যেন নয়,
মনোৰথ কৰয় সাফল ।
জানি থিৰ মনে ধৰি, ৰাম বোলা উচ্চ কৰি,
ক্ষয় হৌক পাতক সকল ॥১৮৮

—o—

## পদ ।

বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
দ্রৌপদীক প্রবোধ কৰিলা দামোদৰ ॥
মাধবে বোলন্ত শুনা দ্রৌপদ দুহিতা ।
কৌৰৱক লাগি তুমি নকৰিবা চিন্তা ॥১৮৯
সত্যে সত্যে কহো যেন সঙ্গোপ্য কৰি সাৰ ।
অল্প কালে কৌৰব হুইবেক মহামাৰ ॥
শুনিয়ো দ্রৌপদী মই কহিলো বুজাই ।
যেই সেই নাজানে আমাৰ অভিপ্রাই ॥১৯০
মই জানো পাপী দোৰ্য্যোধন মহা মন্দ ।
কদাচিতো তাৰ আমি নাভাঙ্গিবো দন্দ ॥
ভেদ মতি যেন হবে কুৰু অবিশ্রাম ।
বাস্তবত যাইবাৰ আমাৰ এহি কাম ॥১৯১
মই যদি গৈলো পাণ্ডবৰ দূত হই ।
কৌৰবৰ ঘৰত পশিল সোণ গুই ॥
দোৰ্য্যোধন আদি কৌৰবৰ ভাৰ্য্যাযত ।
তুমি শোকে ক্রন্দন কৰাহা যেন মত ॥১৯২
ততোধিক ক্রন্দন কৰিব শোকে দুঃখে ।
দ্রৌপদ নন্দিনী তুমি পৰিহৰা শোকে ॥

বেদবাক্য বিভব প্ৰমাণ যেন সাৰ ।
কদাচিতো মিছা নাই বচন আমাৰ ॥১৯৩
সাগৰ শুকাই যাই স্বৰ্গ পৰে ভাগি ॥
শীত পাই যদি আদিত্যৰ অগ্নি লাগি ॥
জল থল পাতাল যদ্যপি একাকাৰ ।
তথাপিতো মিছা নুই বচন আমাৰ ॥১৯৪
মাধৱৰ প্ৰবোধে দ্ৰোপদী শান্ত ভৈলা ।
ধীৰে ধীৰে দেবী অভ্যান্তৰে চলি গৈলা ॥
বৈশম্পাযন বদতি শুনিয়ো নৰেশ্বৰ ।
এহিমতে কথাতে আচন্ত দামোদৰ ॥১৯৫
প্ৰবোধন্তে কহন্তে অৰ্দ্ধেক ৰাত্ৰি গৈল ।
মাধৱে যাইবন্ত হেন কথা নিষ্টভৈল ॥
এতহন্তে সমাজ বিসৰ্জি যুধিষ্ঠিৰ ।
শয়ন কৰিল গই আপোন মন্দিৰ ॥১৯৬
স্বকি স্বকি ঠানে চলি গৈলেক সকলে ।
মাধৱেয়ো শয়ন কৰিলা কুতুহলে ॥
যথা কাল যোগে সিটো ৰাত্ৰি হৈল গত ।
অৰুণ উদয় ৰবি কিঞ্চিত বেকত ॥১৯৭
সেই বেলা শুত মাগধ বন্দি গই ।
মাধৱক প্ৰবোধিলা তাল যন্ত্ৰ লই ॥

সেই বেলা উঠিলন্ত প্ৰভু হৃষিকেশ।
শৌচ হুইয়া পাছে স্নান মন্দিৰে প্ৰবেশ ॥১৯৮
যুধিষ্ঠিৰে নিয়োজিলা কন্যাযে সকল।
সুবৰ্ণৰ কলসে কলসে ঢালে জল ॥
স্নান কৰি কৃষ্ণ বেদ বিহিত তথাতে।
আদিত্যক উপাসা কৰিলা বিধিমতে ॥১৯৯
দেৱতাক নমিল আদিত্য অগ্নি সোম।
অনন্তৰে কৃষ্ণে পাছে কৰিলন্ত হোম ॥
পাছে অভ্যাগতক কৰাইলা স্নান পান।
হোম অবসানে ব্ৰাহ্মণক দিলা দান ॥২০০
দান লভি হাতত ধৰিয়া ফুল ফল।
আশীৰ্ব্বাদ কৰিলন্ত ব্ৰাহ্মণ সকল।
গাৱে গাৱে ব্ৰাহ্মণৰ নমিলা চৰণ।
পাছে আশীৰ্ব্বাদ লৈলা দৈবকী নন্দন ॥২০১
এহিমতে নিত্যকৰ্ম্ম অবসান কৰি।
পাছে সিংহাসনত বসিলা দেৱ হৰি ॥
বেঢ়ি বেঢ়ি আছে পাণ্ডৱৰ যত বীৰ।
সাত্যকিক কৃষ্ণে মাতিলন্ত ধীৰে ধীৰ ॥২২
শুনা শুনা সাত্যকি আমাৰ বোল জান।
দাৰুকক আদেশ সাজোক ৰথ খান ॥

গদা খড়গ সাৰঙ্গ অক্ষয় টোন বান।
ৰথত নিবন্ধি মোৰ থৌক থানে থান ॥২০৩
সুবুদ্ধি কুৰুৰ চিত্ত সমাজ কপটি।
জানো দন্দ ভাঙ্গন্তে লাগয় কটা কটি ॥
মাধবৰ বাক্য শিৰোগত কৰি সাৰ।
দাৰুকৰ আগত সাত্যকি পয়োসাৰ ॥২০৪
মাধবৰ আদেশ সাত্যকি মুখে শুনি।
ৰথ খান নিৰ্ম্মিলেক অনেক যতনি ॥
সকল সুগ্ৰীব মেঘ পুষ্প বলাহক।
ৰথত যুৰিলা আনি চাৰিও ঘোটক ॥২০৫
সুবৰ্ণ দৰ্পণ দিল ঘোটকৰ আগে।
গৰুড় কেতুক আনি তুলিলেক পাগে ॥
নানা ৰত্নে জিকি পাৰে দেখি চিকি মিকি।
কৃষ্ণৰ আগত ৰথ যোগাইল দাৰুকি ॥২০৬
উচ্চ ৰথ খান চাৰি ঘোৰা হৃষ্ট পুষ্ট।
ৰথ দেখি মাধবে ভৈলন্ত মহা তুষ্ট ॥
এতহন্তে অন্তেশ পুৰৰ কন্যাগণ।
কতো দূৰ্ব্বাক্ষতে পথে দিলা আলিঙ্গন ॥২০৭
কুম্ভে জল ভৰি ফল পল্লবে শোভন।
দোন ভৰি ভৰি থৈলা দূৰ্ব্বাক্ষত মান

দুই গ্ৰীষ্ম দুই শীত শৰতৰ অন্তে।
কাৰ্ত্তিকৰ শেষত আঘন নতু হন্তে ॥২০৮
ধুম্ৰে অগ্নি জালিলেক মঙ্গল বিশেষ।
দেৱ দিয়া ৰথত চৰিলা হৃষি কেশ ॥
সাত্যকিকো ৰথত তুলিলা জনাৰ্দ্দন।
দেৱ দিয়া দাৰুকেও চৰিলা তেখন ॥২০৯
ভীম ধনঞ্জয় মাদ্ৰীসুত ভিন্নি ভিন্নি।
যুধিষ্ঠিৰে যাত্ৰা আসি দিলন্ত আপুনি ॥
মাধবৰ যাত্ৰা শুনি আনন্দিত মন।
ইন্দ্ৰসমে আসিলা ত্ৰিদশ দেব গণ ॥২১০
নাৰদ তুম্বৰু আদি আনো অপৰ্ষ্যন্ত।
অপেশ্বৰা নাচন্ত গন্ধৰ্ব্বে গীত গান্ত ॥
আঠাইশ সহস্ৰ ঋষি আসিল সকল।
বাম হাতে কুশ আগহাতে গঙ্গাজল ॥২১১
দেখি কৃষ্ণ ৰথে সমে প্ৰদক্ষিণ ভাৱে।
দেৱতাক ঋষিক নমিলা গাৱে গাৱে ॥
দেৱগণে পুষ্প বৰষিলা ৰথ ঢাকি।
ঋষিগণে ফল বৰষিলা আমলকি ॥২১২
মুনি গণে মন্ত্ৰ পঢ়ি পবিত্ৰ কোমল।
ৰথৰ কুশত অগ্ৰে সিঞ্চিলন্ত জল ॥

সিবেলাত ভৈল দশোদিশ সুপ্ৰসন্ন।
ধীৰে ধীৰে বহে মন্দ সুগন্ধি পবন ॥২১৩
মাধৱৰ যাত্ৰা দেখি পশু পক্ষী গণ।
দক্ষিণ বামক লাগি কৰিলা গমন ॥
অশোভন যিবা অমঙ্গল সৰ্ব্বকাল।
হেন পশু পক্ষীগণ গৈল বাম ফাল ॥২১৪
শুদ্ধ পশু পক্ষী গণ দক্ষিণক গৈল।
সজ্জন জনৰ মনে আনন্দিত ভৈল ॥
যেতিক্ষণে পয়ান কৰিলা জগন্নাথ।
হস্তিনা পুৰত ভৈলা ঘোৰ উতপাত ॥২১৫
অনাবাৰে বৃক্ষ ভাগে ৰুধিৰ বৰিষে।
ঘোৰ অন্ধকাৰ ময় ভৈল দশো দিশে ॥
হস্তী ঘোৰা কান্দে অনামেঘে বজ্ৰ পৰে।
দেখি কুৰু সমাজ আকুল ভৈল ডৰে ॥২১৬
মাধবে আনন্দে চলিলন্ত ৰাজপথে।
যুধিষ্ঠিৰো চড়িলন্ত মাধৱৰ ৰথে ॥
নিজৰথে চড়ি চলি গৈলা ৰাজাগণ।
পাঞ্চ ভাই গৈলা আগবঢ়াই বাক মন ॥২১৭
দাৰুকে ডাকন্ত ৰথে চলে গম গতি।
অনন্তৰে যুধিষ্ঠিৰে কৃষ্ণত বদতি ॥

পীতামহ ভীষ্ম দ্রোণে খুৰাই বিদুৰে।
মোৰ অৰ্থে মাধৱ সবাৰে মন পোৰে ॥২১৮
শয়নে ভোজনে মোক কৰে আশীৰ্ব্বাদ।
যাৰ অৰ্থে নিস্তৰিলো দোৰ্য্যোৰ আপদ ॥
মোৰ অৰ্থে দেহা এৰিলন্ত ধৃতৰাষ্ট্ৰ।
নিদাৰুণ বুকত বান্ধিলো মহাকষ্ট ॥২১৯
পিতৃ মৰিলন্ত আমি পাঞ্চ গুটি ভাই।
কৌৰৱে নিকাৰ কৰে অনাথিনি প্ৰাই ॥
পথা ঢাকি শিশুক ছটকে যেন মত।
তাৰ গুণ সুজিবো বধিবো সমৰত ॥২২০
দোৰ্য্যোধনে পূজা কৰে পুৰি মন-কায়া।
তথাপিতো তিনিৰ আমাক বৰ দায়া ॥
কৌৰৱৰ পাশে অসংক্ষাত সম বলে।
তাসম্বাক প্ৰণামিবা আমাৰ যে বোলে ॥২২১
জৌগৃহ দাহৰ বাৰে কহিবা তাহাত।
বিদুৰক আলিঙ্গিবা শুদ্ৰা গৰ্ভে জাত ॥
ঘনে ঘনে আমাৰ নয়নে নীৰ বহে।
কুন্তীক স্মৰন্তে মোৰ প্ৰাণেও নসহে ২২২
পাণ্ডুৰ মাতা যে মাধৱ তযু পেসী।
অনাথিনী কৰি আমি হৈগলো বিদেশী ॥

দণ্ডে তান যুগ যাই আমাক স্মৰন্তে ।
নজানো মৰিল কিবা আছন্ত জীয়ন্তে ॥২২৩
বনবাসে আসো দুখ অপমান পাই ।
সিবেলাত লগতে আছিলা কুন্তী আই ॥
পাছে পাছে আসন্ত পাৰন্ত দীৰ্ঘ গেৰি ।
তেবে আমি তথাতে লুকাইলো আইক এৰি ॥২২৪
উলতি গৈলেক শুনো নগৰক লাগি ।
বিদুৰে পোষন্ত শুনো শাক অন্ন মাগি ॥
নিতে নিতে কৌৰৱেও দেই অপমান ।
মোৰ অৰ্থে যাইবা কুন্তী জননীৰ থান ॥২২৫
পাঞ্চো ভাইৰ বচনে কুন্তীক নমস্কাৰ ।
ভিন্নে ভিন্নে মাধৱ কৰিবা পাঞ্চবাৰ ॥
তযু সঙ্গে চলি যাউক মত্ত যাঠি হাঁথি ।
বলৱন্ত যোদ্ধা যাউক দশ মহাৰথি ॥২২৬
বাটে পন্থে দুৰ্জ্জনক পৰাথক ভয় ।
বলৱন্ত চলোক হাজাৰ সেনা চয় ॥
শকটত তুলি তুলি বস্ত্ৰৰ সম্ভাৰ ।
পসাৰি লগত সাজি চলোক অপাৰ ॥২২৭
ভোজনৰ সম্ভাৰ লগত যাউক লই ।
কৌৰৱৰ আশে যেন নথাকিবা ৰই ॥

দাস দাসী অনেক চলোক লগ ধৰি।
যি কাৰ্য্যক লাগে যেন শীঘ্ৰে দেই কৰি॥২২৮
ধনঞ্জয় বদতি শুনিয়ো প্ৰাণ সখি।
কৌৰবক বুলিবা আমাৰ কাৰ্য্য লক্ষি॥
চাটু কৰি সুবুলিবা কহো সাৰে সাৰ।
অৰ্দ্ধৰাজ্য নেদিলে চিন্তিবা মহামাৰ॥২২৯
ওৰ কুসুমৰ বৰ্ণ কধিৰ লিপিত।
মোৰ শৰে কাটিবো পাৰিবে পৃথিবীত॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
অৰ্জ্জুনৰ বাক্য ক্ৰোদ্ধ উঠিল ভীমৰ॥২৩০
দেহা যাৰ ময়মত্ত গজৰ প্ৰবৰ।
ডাঙ্গৰ শৰীৰ যেন গিৰি স্থূলতৰ॥
বায়ুৰ তনয় ভীম সেন মহা যোধ।
অৰ্জ্জুনৰ বাক্যে কৌৰৱক বৰ ক্ৰোধ॥২৩১
ক্ৰোধবেগে সত্তৰত বচন নোলাই।
আৰ্ত্তনাদ কৰিলন্ত মাধৱক চাই॥
ভীমৰ আটাস বৰ প্ৰহাৰতো টান।
দুই হাতে মাধৱে ধাকিলে দুই কাণ॥২৩২
সিবেলাত তথাত যতেক বীৰগণ।
পৃথিবীত পৰি পৰি ভৈল অচেতন॥

দাৰুকেও পৰিলেক হামু খুৰি খাই।
সাত্যকি পৰিলা তান শ্ৰুতি জ্ঞান নাই ॥২৩৩
ৰথ গতি মন্দ ভৈলা নাই কিছু ঘোড়।
জুন্তি খাই পৰিল ৰথৰ চাৰিঘোৰ ॥
কৌৰৱক ক্ৰোধে ভীম আৰকত বৰ্ণ।
কতো বেলি শ্ৰুতি লভিলন্তা ৰাজগণ ॥২৩৪
বচনে কৃষ্ণক ভীমে পূজিলা বহুত।
তুমি শ্ৰেষ্ঠ সাৰ কৌৰৱৰ যমদূত ॥
যুধিষ্ঠিৰ লগত পঠাই৷৷ যতমান।
মাধৱৰ লাগ লৈলা তুৰীত গমন ॥২৩৫
আগ বাঢ়ি কৃষ্ণক বিজিত গ্ৰাম পাই।
তাৰ পৰা উলটি আসিল পাণ্ডুভাই ॥
লগতে আসিলা ফিৰি নৃপতি সকল।
শঙ্খ শিঙ্গা বাৱন্ত মেদিনী টলবল ॥২৩৬
সি বেলাত সুগম শোভন ভৈল পথ।
চলিলন্ত মাধৱ দাৰুকে ডাকে ৰথ ॥
চৌপন্থ গমনে শ্ৰান্ত নাহিকে ভাগৰ।
মধ্য হু বেলাত নিবৰ্ত্তিল দিবাকৰ ॥২৩৭
যথাতথা চলন্ত মাধৱ জনাৰ্দ্দন।
তথা তথা গ্ৰামেযে নিবাসি কন্যাগণ ॥

ভাই বেটা স্বামীক তাতে লৈয়া সাজে।
উপায়ান বস্তু লৈয়া মুখ ঢাকি লাজে ॥২৩৮
ব্ৰাহ্মণৰ বেদ পাঠ তোলন্ত ব্ৰাহ্মণী।
উপায়ন বস্তুক যোগাইল ভিন্নে ভিন্নি ॥
এহি মতে পথত চলন্ত হৃষিকেশ।
এৰাইলন্ত বহু মৎস্য নৃপতিৰ দেশ ॥২৩৯
এৰাইলন্ত নদীনদ গ্ৰাম বহুতৰ।
পাছে পশিলন্ত হৰি ৰাজ্যে কৌৰৱৰ ॥
দুয়ো শাৰি কুসুম মধ্যত ৰাজ আলি।
ফলে ফুলে শোভন কৰিছে হালি জালি ॥২৪০
নাগেশ্বৰ বকুল কদম্ব শাল তাল।
তাৰ মাজে গৃহ গণ আছে ভাল ভাল ॥
পানী শালা অন্নশালা ৰহিবাৰ ঘৰ।
বিদেশী জনক দেওক আজ্ঞা কৌৰৱৰ ২৪১
তাক ছাৰি কতো দূৰ যান্ত হৃষিকেশ।
বৃকস্থল নামে গ্ৰাম ভৈলন্ত প্ৰবেশ ॥
পাণ্ডৱৰ প্ৰিয় গ্ৰাম সুশোভন থলি।
ছলে দোৰ্য্যোধনে কাঢ়ি লৈল পাণ্ডা খেলি ॥২৪২
তাৰ যত নৰ নাৰী সকলে মহন্ত।
পাণ্ডৱৰ কুশলক সকলে বাঞ্চন্ত ॥

বৃকস্থল নামে গ্ৰাম নাই পটন্তৰ।
সিদিনাত তথাত ৰহিলা দামোদৰ ॥২৪৩
মাধৱক দেখিয়া যতেক নৰ নাৰী।
সপুত্ৰ বান্ধৱে বেঢ়িলেক শাৰি শাৰি ॥
দণ্ডৱতে কৃষ্ণক নমিল সামৰাজে।
কৰযোড় কৰি বোলে শুনা যদুৰাজে ॥২৪৪
পাণ্ডৱৰ সুহৃদ তোমাত পৰে নাই।
আজি ৰহিয়োক নেত্ৰভৰি থাকো চাই ॥
জগত নায়ক তুমি ব্ৰহ্মাদিৰো দেৱ।
জানি শুনি তোমাক পাণ্ডৱে কৰে সেৱ ॥২৪৫
তুমি পাণ্ডৱক স্নেহ কৰা অবিশ্ৰান্ত।
তথাপি পাণ্ডৱে কিয় এত দুঃখ পান্ত ॥
আৰো এক কথা কহো শুনা যদুপতি।
পাণ্ডৱত লাগি মোৰ যতেক বিপত্তি ॥২৪৬
নিশা ভাগে চৰ ফুৰে দুষ্ট কৌৰৱৰ।
পাণ্ডৱক প্ৰশংসা কৰয় কোন নৰ ॥
গ্ৰাম নগৰত থাকি অলক্ষিত হই।
অকস্মাত কোন জনে পাণ্ডৱ বোলই ॥২৪৭
তবে তাক দিবে নিয়া নাহিকে নিস্তাৰ।
পোতাশালে বন্দি কৰি ভুঞ্জাৱে নিকাৰ ॥

পাণ্ডৱৰ বিপত্তিক নজাই সহন।
তোমাৰ চৰণে প্ৰভু পশিলো শৰণ ॥২৪৮
এহি বুলি নগৰিয়া যত নিৰন্তৰ।
মাধৱক ৰহিবাক দিলা বাসা ঘৰ ॥
মহন্ত ভকত যত উপাসিয়া ৰৈলা ।
কতো লোকে কৌৰৱত জনাইবাক গৈলা ॥২৪৯
নিশঙ্ক নির্ভয় সুশিক্ষিত দূত দুই।
ধৃতৰাষ্ট্ৰ ৰাজাক জনাইলা আগ হুই ॥
দূত লোকে বোলে শুনিয়োক নৰেশ্বৰ।
বৃকস্থলে আজি ৰহিচন্ত দামোদৰ ॥২৫০
পাণ্ডৱে পাঞ্চিলে তেসম্বাৰ দূত হুই।
তযু থানে আসিছে সাত্যকি সমে দুই ॥
কালি কৃষ্ণ আসিবে কহিলো সাৰে সাৰ।
যেন লাগে আলোচ কৰিয়ো আপোনাৰ ॥২৫১
ধৃতৰাষ্ট্ৰে শুনিলন্ত আসিলন্ত হৰি।
অধোমুখে ৰহিল নৃপতি মৌন কৰি ॥
আসিবন্ত কৃষ্ণ পাণ্ডৱৰ দূত হুই।
অৰ্দ্ধৰাজ্য খুজিলে নেদিলে ভাল নুই ॥২৫২
পুত্ৰৰ কাৰণে ৰাজ্য নশাৰি দিবাক।
কৰ্ণ দুঃশাসণ শকুনিয়ো দেই হাক ॥

ৰাজ্য দিবে প্ৰতি আৰো মোৰ ইচ্ছা নাই।
কোনে পাণ্ডুৰক ৰাজ্য দিয়ে চক্ষু খাই ॥২৫৩
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে ধৃতৰাষ্ট্ৰ নৃপবৰ ॥
বিদুৰক দ্ৰোণক ভীষ্মক নিলে মাতি।
ভূৰিশ্ৰৱা সমে আনো যতেক নৃপতি ॥২৫৪
দোৰ্য্যোধন দুঃশাশন সমে শত ভাই।
কৰ্ণ শকুনিয়ো অশ্বত্থামা সেই ঠাই ॥
নিশা ভাগে সভাখান ভৈগৈলা ডাঙ্গৰ।
মধ্যত ৰহিলা ধৃতৰাষ্ট্ৰ নৃপবৰ ॥২৫৫
আনো ৰাজা গণে সভা ৰহিলেক চানি।
সবাকে সম্বোধি ধৃতৰাষ্ট্ৰে বোলৈ বাণী ॥
বৃকস্থলে ৰহিয়া আছন্ত যদুৰাই।
কালি প্ৰভাততে আসিবন্ত মোৰ ঠাই ॥২৫৬
পাণ্ডৱৰ অৰ্দ্ধৰাজ্য খুজিবাক মনে।
দুত হুইয়া আপুনি আসন্ত নাৰায়ণে ॥
দিবো বা নিদিবো কোন খানি হবে ভাল।
আলোচিয়া তুমি সবে কহিয়ো সকাল ॥২৫৭
মোৰ মনে ৰাজ্য দিবে নাহিকে কিঞ্চিত।
আৰো কি পাণ্ডবে কৌৰৱক দেখে হিত ॥

সৰ্ব্বকালে বৃকোদৰ দাৰুণ কপটি।
পাশা খেলি কৌৰৱে কৰিলে লটি ঘটি ॥২৫৮
ৰাজ্য পাইলে কৌৰৱ গণক দেখে ভাল।
গুণি ছোৱা গুৰু দ্ৰোণ কোন খানি ভাল ॥
শিশুকাল হন্তে জানো ভীমা মহত।
পাণ্ডু পুত্ৰ পাঞ্চ তাৰা মোৰ একশত ॥২৫৯
এক দিনা শিশুগণ সবে লাগ লই।
ফল খাইবে প্ৰতি গৈলা ভীমত নকই ॥
অমৃত সমান ফল পবিত্ৰ কোমল।
তাতে গৈয়া চৰিলেক চৱাল সকল ॥২৬০
বৃকোদন ফুৰে চাই চৱাল নেদেখি।
পাছে পাছে খেদি গৈলা খোজক নিৰেখি ॥
লাগ পাইয়া বৃক্ষৰ মুলত ভৈলা থিয়।
দেখি শিশু সকলৰ উৰি গৈলা জীৱ ॥২৬১
নোখোজন্তে কতো বোলে ফল খাইবো মাগি।
ছৰিবে খোজন্ত সবে বৃক্ষ যাই ভাগি ॥
মোক এৰি আসিলি মনত কোপ কৰি।
জকাৰিবে লাগিলা বৃক্ষৰ মুলে ধৰি ॥২৬২
ডাল ভাগে ফল শৰে যত শিশুগণ।
পৃথিবীত পৰি সবে হুৱে অচেতন ॥

কতো শিশুগণ আতি মৰণক ভয়ে।
গাছত সাবটি ধৰি কাতৰে বোলয়ে ॥২৬৩
ক্ষমা কৰা বৃকোদৰ আমাক ৰাখিয়ো।
সবে ফল দিবো তোক প্ৰাণ নমাৰিয়ো ॥
আজি হন্তে লাগ নৈলেবো নপাৰিবো গালি।
সৰ্ব্বদায়ে থাকিবো তোমাৰ আশা পালি ॥২৬৪
হেন ভীম স্মৰন্তে মোহোৰ ধাতু যাই।
সবে মান সাৰিবে যদ্যপি ৰাজ্য পাই ॥
এত হন্তে সভাখান আকুলিত ভৈল।
কুৰ কুৰ শবদে ৰোলেক উঠি গৈল ॥২৬৫
সাধুৰ আনন্দ ছুৰ্জ্জনৰ মন কষ্ট।
বোলে কি কাৰেণে আসে মাধৱ অনিষ্ট ॥
অন্যো অন্যে বোলে যেন যাৰ অভিপ্ৰাই।
ভীষ্মে উঠি মাতন্ত ৰাজাৰ মুখ চাই ॥২৬৬
শুনা শুনা বাপু ধৃতৰাষ্ট্ৰ মনকৰি।
প্ৰভাততে কালি শুনো আসিবন্ত হৰি ॥
যাক দৰশনে হবে সবে কৰ্ম্ম নাশ।
ব্ৰহ্মা গৌৰী শঙ্কৰে কৰন্ত অভিলাষ ॥২৬৭
কালি হেন কৃষ্ণক দেখিবো নেত্ৰ ভৰি।
কি মোৰ আনন্দ স্মৰন্তে হৰি হৰি ॥

গোত্ৰ উদ্ধাৰক পাণ্ডৱত পৰে নাই।
যাক ভক্তি ভাৱে হৰি কিঙ্কৰৰ প্ৰাই ॥২৬৮
যাক ধ্যানে যোগীৰো নিৰ্ম্মল হোৱে মন।
সপুত্ৰ বান্ধৱে তাৰ পূজিয়ো চৰণ॥
গোবিন্দ আসিলে হেন কৰিবাক লাগে।
আপোনাৰ ৰাজ্য খানি এৰি দিয়ো আগে ॥২৬৯
পাছে পাণ্ডৱক আনি কৰি সতকাৰ।
অৰ্দ্ধ ৰাজ্য বিভাগিয়া দিয়ো আপোনাৰ॥
দ্ৰোণৰো সম্মত এহি মোৰ নিষ্ট বাণী।
কুশলে থাকিবা যদি কথা এহি খানি ॥২৭০
বৈসম্পায়ন বদতি শুনিয়ো জন্মিঞ্জয়।
সবাকে সম্বুধি পাছে বিদুৰে বোলয়॥
শুনিয়োক মহাৰাজা এহি খানি কথা।
কৃষ্ণক যে কিঞ্চিত কপট পৰি হৰা ॥২৭১
সবাৰো ঈশ্বৰ হৰি ব্ৰহ্মাৰো নমস্য।
তথাপিতো ভকত জনত মাত্ৰ বশ্য॥
আকে জানি যত আছে ধন বস্ত্ৰ বিত।
কৃষ্ণৰ চৰণে দিয়া পূজিবো উচিত ॥২৭২
যত দিয়া মানে তাৰ নমাগিবা ফল।
তেবে মনোৰথ সিদ্ধি হৈবেক সকল॥

ধৃতৰাষ্ট্ৰ বদতি মনৰ কুচিকৰ ।
কৃষ্ণক পূজিবে ইচ্ছা আমাৰ মনৰ ॥২৭৩
যত আছে ধন ৰত্ন সবে অসংখ্যাত।
কৃষ্ণক পূজিবো কালি বিচিত্ৰ সভাত ॥
কালি মোৰ মহিমা দেখোক চক্ৰপাণি।
এত দিনে পাণ্ডৱে নেদিছে যত খানি ॥২৭৪
কালি মই প্ৰথম পূজাত দিবো তাক।
পাণ্ডৱক তেজি যেন ভজন্ত আমাক ॥
হাজাৰেক ঘোৰা দিবো তিনি শত ৰথ।
পঞ্চাশত দন্তালক দিবো ময়মত্ত ॥২৭৫
পৰম সুন্দৰ এক শত দিবো দাস।
দাসীগণ সঙ্গে দৰশনে অভিলাষ ॥
অযুতেক কন্যা দিবো বাছি বাছি আনি।
দৰশনে মোহ যেন যান্ত চক্ৰপাণি ॥২৭৬
নাৰীৰ ভাবত মোহ যাইব বনমালী।
পাণ্ডৱক পাসৰিব তাসম্বাক পালি ॥
শুনিয়োক বাপু দোৰ্য্যোধন মহাবল।
সসৈন্যে সহিতে তই এতিক্ষণে চল ॥২৭৭
যেই পথ দিয়া আসিবন্ত দামোদৰ।
তথা তথা গৃহ গণ সজায়ো বিস্তৰ ॥

চৌপন্থা পদুলিগণ কৰা জাতিস্কাৰ।
মাৰীগণে তাতে বসি থাকোক অপাৰ ॥২৭৮
অসংখ্যাত বস্তুগণ সুসম্ভাৰ পাই।
গোবিন্দ আসন্ত যেন মঙ্গল কৰই ॥
গৃহগণ নিৰ্ম্মাণ কৰায়ো যত মান।
দধি দুগ্ধ যড্‌ৰস থৌক থানে থানে ॥২৭৯
কৰ্পূৰ তাম্বুল থৈৰা বসিবাৰ ঠাই।
মাধব আসিলে যেন থাকন্ত জিৰাই ॥
শুনা সভাসদ পাত্ৰ মন্ত্ৰি যত লোক।
ঝাণ্টে নগৰক সালংকৃত কৰায়োক ॥২৮০
হস্তিনাপুৰক চাই সবাতো বিশেষ।
দুঃশাসন গৃহত ৰহিবে হৃষীকেশ ॥
শুনি ধৃতৰাষ্ট্ৰক প্ৰশংসি সামৰাজে।
ব্যাসৰ সন্তান একে বিদুৰত বাজে ॥২৮১
বিদুৰ বদতি দদা পৰম সুবোধ।
এখানি গোছৰ কৰো নকৰিবা ক্ৰোধ ॥
হুইতো তুমি কৃষ্ণক পূজিবা নানা ভাৱে।
শুনি শুনি আমাৰ আনন্দ বৰ পাৱে ॥২৮২
ধন ৰত্ন দিবা জানো পৰম নিৰ্ম্মল।
এখানি দোষত দদা সকলে নিষ্ফল ॥

যেন গঙ্গাজল আনি পীয়ে কোন নৰে।
তেখনে পাতেক হবে নিষেশ জন্মবে ॥২৮৩
সেই গঙ্গাজল যেবে সুৰা সমে খাই।
আছোক পাতেক হবে তাৰো জাতি যাই ॥
সেইমতে দদা তুমি বোলা যত মানে।
সকলে বিফল দেখো তামাসিক দানে ॥২৮৪
মুখত অমৃত হৃদয়ত বিষ ঘট।
পাণ্ডবক লাগি তোৰ এনুয়া কপট ॥
তযুমনে হেন আশা পাণ্ডবক এৰি।
অৰ্থলোভে মোৰ পাশ হইব দেব হৰি ॥২৮৫
অন্ধকৰ অন্ধ বুদ্ধি হেন লবে মনে।
সিংহ এৰি শৃগালক ভজে কোন জনে ॥
পাণ্ডবে কৰিছে বশ্য হৃদয়ত পাই।
প্ৰেম-জৰি বান্ধিয়াছে মেঢ়াই মেঢ়াই ॥২৮৬
পাণ্ডবক বঞ্চি ৰাজ্য নেদিবাৰ মন।
ইঙ্গিতে জানিবে আক দৈবকী নন্দন ॥
হস্তী ঘোৰা ধন বস্ত্ৰ যত দিয়া মানে।
সবে সুহি অৰ্জ্জুনৰ বাক্যৰ সমানে ॥২৮৭
হেন পাণ্ডবক যিটো বঞ্চিবাক মনে।
দিবা মানে লইবন্ত দৈবকী নন্দনে ॥

বসিবাৰ ঠাই থানি ভৃঙ্গাৰৰ জল।
কর্পূৰ তাম্বুল বাক্য পবিত্র কোমল ॥২৮৮
এহিমানে হুইবে দদা তোমাঠেৰ হানি।
আত বিনে অধিক নলৈবে চক্রপাণি ॥
দোর্যোধনে বোলে ভাল বুলিলা খুৰাই।
প্রশংসা তোমাৰ বাক্য কিছুদোষ নাই ॥২৮৯
ধন ৰত্ন দিয়া লাগে প্রাণ আপোনাৰ।
কপটিক বশ্য কৰিবেক কোন নৰ ॥
শুনা পিতৃ কহো মই পূজাৰ নিদান।
তিনি বিধ প্রাণীৰ পূজাৰ যেন ঠান ॥২৯০
উত্তমক পূজিলেই মহাধর্ম্ম হয়।
সামান্যক পুজিলেয়ো ইষ্টতা বাঢ়য় ॥
অধমক পূজিলে দুগুণে পাৱে লাই।
চতাল ছাৰিয়া পাচে মজিয়াক যাই ॥২৯১
অধম আছাৰ কৃষ্ণ যদু কুলাঙ্গাৰ।
ইহাক পূজিবে ইচ্ছা ভৈলেক তোমাৰ ॥
স্ত্রী লোভী কৃষ্ণৰ আনত ইচ্ছা নাই।
কি কৰিব ধন ৰত্ন কোনে তাৰ থাই ॥২৯২
ভীষ্ম উঠি বোলে শুনা ৰাজা দোর্যোধন।
তযু সম যতেক দুর্জ্জন ৰাজাগণ ॥

তাসম্বাৰ পূজাত কৃষ্ণৰ শ্ৰদ্ধা নাই ।
এখানি বচন মোৰ কৰিবা আতাই ॥২৯৩
সভা মাজে কৃষ্ণ আসি যি বোলন্ত তোক ।
সেহি খানি কৰ যদি কিনি লস মোক ॥
দোৰ্য্যোধনে বোলয় কৰিবো মই তাক ।
আমিয়ো এখানি বোলো নিদিবাহা হাক ॥২৯৪
কালি হেন হোৱে যদি কৃষ্ণ আসে ঐক ।
সাজু হুইয়া থাকিবাহা মহাৰথি লোক ॥
কৃষ্ণ যেন নজানে পৰম যত্ন কৰি ।
সমাজতে গোবিন্দক বন্দি কৰো ধৰি ॥২৯৫
পোতশালে থৈবো নিয়া জিঞ্জিৰি লগাই ।
তিনি দিনত যেন এক সাজি খাই ॥
তেবেসে পাণ্ডবে এৰিবেক ৰাজ্য আশা ।
পুনৰপি আপুনি হৈৰন্ত বন বাসা ॥২৯৬
মহা শোকে বিকল পাণ্ডব পাঞ্চ ভাই ।
কৃষ্ণক মেলাইবে প্ৰতি কৰিবে উপাই ॥
নেমেলিবো বন্দিয়ে পৰম ক্ৰোধ মোৰ ।
অধিক কৰিবো মই যাতনা দোৰ্ঘোৰ ॥২৯৭
দাড়ি নখ বাঢ়োক বিকৃত ৰূপ হুই ।
দেখি নাৰী গণে যেন ডৰে নচাৱই ॥

ভোজনকো নেদিবো শুকাউক সৰ্ব্বকাই।
দেখিয়া মহন্তে যেন অপমান পাই ॥২৯৮
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
হেন শুনি ক্ৰোধ জলি গৈলেক ভীষ্মৰ ॥
সভা মাজে উঠি কোপে কম্পমান কাই।
সনাইত খড়্গ খান লৈলন্ত ঘঁনাই ॥২৯৯
দোৰ্য্যোধন মুখ চাই মহাকোপে আতি।
মুহুৰ্ত্তেক মানে বীৰ আছিল নমাতি ॥
মনত গুণন্ত খড়্গ হানি কাটো শিৰ।
দেখন্তোক কৌৰবি পাণ্ডবি যত বীৰ ॥৩০০
এহি মনে গুণি গৈলা ভৰি পাঞ্চ সাত।
পাছে আৰু খানি গুণি ৰহিলা তথাত ॥
দুৰ্জ্জনৰ দ্ৰোহী হৰি আনন্ত সাক্ষাত।
বিহন্তোক দুৰ্জ্জনৰ দ্ৰোহ যত যত ॥৩০১
পাণ্ডৱৰ বৈৰী ইটো তাহেসে প্ৰবল।
হঠাৎকাৰ ক্ৰোধত আমাৰ কোন ফল ॥
এহিবুলি খড়্গ খান আছাৰি পেলাই।
বুলিলন্ত ধৃতৰাষ্ট্ৰ নৃপতিক চাই ॥৩০২
শুনিয়ো অন্ধক তোৰ পুত্ৰ ভৈল কাল।
শুনিলিকি তাহাৰ বচন কেন ভাল ॥

এহি কুট বুদ্ধিত চলিবি যম থান।
মাধৱ দ্ৰোহীৰ নাহি কহিতো কল্যাণ ॥৩০৩
অগনিৰ আগে যেন পিপীলিকা বাস।
কৃষ্ণক ধৰন্তে সেহিমতে হৈবি নাশ ॥
দোৰ্য্যোধনে যতেক বুলিলা মানে তাক।
কিকাৰণে পাপী শুনন্তেয়ো নেদ হাক ॥৩০৪
পাণ্ডুৱে প্ৰবৰ্ত্তে তোত পুত্ৰ যেন ঠান।
তই কেন বঞ্চিত কৈলি পৰম অজ্ঞান ॥
এহিবুলি মৌন ভৈলা শান্তনু নন্দন।
কোপে দোৰ্য্যোধনক চাহন্ত ঘনে ঘন ॥৩০৫
সি বেলাত ভীষ্মক দেখিয়া কোপ মন।
নিশবদে থাকিলেক সমাজ ৰজন ॥
পূৰ্ব্বিৱতে সভাতে নবসি মহাবলা।
ৰোবকৰি আপোন ভবনে গৈলা চলি ॥৩০৬
সি ৰাত্ৰিত বীৰে নিদ্ৰা পৰিহাৰ কৰি।
কৃষ্ণ ৰাম গোবিন্দ জপিলা হৰি হৰি ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয়।
যেখনে সভাচাৰি গৈলা গঙ্গাৰ তনয় ॥৩০৭
তেতিক্ষণে উৎপাত মিলিলা ভয়ঙ্কৰ।
মৰণ সুচক কহে কৌৰবৰ কুলৰ ॥

আকাশত গ্ৰহ যুদ্ধ হুল স্থুল শুনি।
ঘনে ঘনে তিনিবাৰ কাম্পিল ধৰণী ॥৩০৮
দেখি মহা শোক কৰে শিষ্ট সাধুগণ।
দ্ৰোণে উঠি চলি গৈলা আপোন ভবন ॥
তেসম্বেয়ো গৈয়া যেবে আনন্দিত মন।
পুনৰপি আলোচ কৰন্ত দোৰ্য্যোধন ॥৩০৯
ধৃতৰাষ্ট্ৰ নৃপতি কৰন্ত বৰ শোক।
দুষ্ট পুত্ৰ দেখিয়া সমস্তে তেজে মোক ॥
দোৰ্য্যোধনক বোলে বাপু মোৰ বোল কৰ।
কৃষ্ণক ধৰিবে মতি কিঞ্চিতো নকৰ ॥৩১০
আৰো বুজাইলেক ৰাজা যুগুত বচন।
উথৰা ভূমিক কি কৰিবে বৰিষণ ॥
কৌৰৱৰ কথা মানে এহিমানে থও।
কি কৰিল প্ৰভাতে কৃষ্ণৰ কথা কও ॥৩১১
প্ৰভাততে নিত্যকৰ্ম্ম অৱসান কৰি।
সাত্যকি সহিতে ৰথে চড়িলন্ত হৰি ॥
ৰাজপথে দাৰুকে ডাকন্ত ৰথখান।
বৃকস্থল বাসি আসি ধৰিলা যোগান ॥৩১২
মাধৱৰ আগে পাছে বেঢ়ি নৰ নাৰী।
আগবাঢ়ি গৈলা যেন সকলে নগৰি ॥

দুই দণ্ডৰ পথ নিয়া আগবঢ়াই থৈলা ।
হৰি ধ্বনি কৰি পাচে সেহি থানে বৈলা ॥৩১৩
আত অনন্তৰে কথা শুনা অনুপাম ।
ব্ৰহ্মাৰ মানস পুত্ৰ সপ্ত ঋষি নাম ॥
গোবিন্দ চলিলা দেখি মহাবেগে খেদি ।
আসিলন্ত স্বৰ্গ ভুবনৰ পথ ভেদি ॥৩১৪
গোবিন্দৰ ৰথ বেগ দেখি গুণি মনে ।
আগ ভেণ্টি ৰহিলেক সপ্ত ঋষি গণে ॥
কৃষ্ণেয়ো দেখিলা দুই পাশে বিপ্ৰগণ ।
ৰথ হন্তে নামি গই নমিলা চৰণ ॥৩১৫
মাধবে বোলন্ত গুৰু মোৰ বৰ ভাগ ।
ব্ৰহ্মাপুত্ৰ ঋষি মনুষ্যে পাইলো লাগ ॥
সপ্তঋষি বদতি মাগিবো এক দান ।
তিনিয়ো ভুবনে যাৰ সম নাহি আন ॥৩১৬
সুখুজিবো অন্যত্ৰ লোকত যাক পাই ।
কাল বেগে নষ্ট গৈলে তাতো শ্ৰদ্ধা নাই ॥
যাক পাইলে ব্ৰহ্মাৰো পদত নাই ৰতি ।
আমাক দিয়োক প্ৰভু সে প্ৰেম ভকতি ॥৩১৭
চৰণৰ ধূলি দিয়ো ব্ৰহ্মাৰ বাঞ্ছিত ।
আৰু এক গোচৰ শুনিয়ো মনোনীত ॥

কৌৰৱৰ পাছে তুমি চলা যি কাৰণে।
নাজানিবে মূঢ়মতি কর্ণ দোৰ্য্যোধনে ৩১৮
তাকো আমি বিদিত কৰিবে প্ৰতি যাই।
তযুসঙ্গে যদি আপোনাৰ আজ্ঞা পাই ॥
যি সভাক যাইবা তুমি ধৰ্ম্ম প্ৰবৰ্ত্তক ।
সি সভাৰ মধ্যে গই দেখিবো ভীষ্মক ॥৩১৯
বিদুৰক দেখি যেন দেখিবো দ্ৰোণক।
বাহ্লিক সৌবল আৰু কৃপ আচাৰ্য্যক ॥
ধৰ্ম্মশীল সাধু আৰু কুৰু বীৰগণ।
তুমি সমে আলোচ কৰিবা বিতোপন ॥৩২০
তাকে আমি দেখিবো নয়নে ভৰি কালি।
তুমি যদি অনুজ্ঞা দিয়াহা বনমালী ॥
অম্ৰাবতী ব্ৰহ্মাৰ সভাক সীমা কৰি।
দেবতাৰ সমাজ দেখিছো ফুৰি ফুৰি ॥৩২১
নতু দেখি আমি মনুষ্যৰ সভা কেন।
সি কাৰণে আজ্ঞা মাগো তোমাৰ চৰণ ॥
মাধবে বোলন্ত চলিয়োক অব্যাহতে।
সমজ্যাক লাগি কালি আসিবা প্ৰভাতে ॥৩২২
মাধবৰ বাক্য শুনি পৰম হৰিষি।
আপোন থানক চলি গৈলা সপ্তঋষি ॥

পুনৰপি কৃষ্ণে নিজ ৰথে পয়োসাৰ।
কৌৰবৰ ৰাজ্যচয় এৰাইলা অপাৰ ॥৩২৩
এৰাইলন্ত নদী নদ বহুতৰ দেশ।
হস্তিনা পুৰত গৈই মাধব প্রবেশ ॥
দেখি সচকিত ভৈল ধৃতৰাষ্ট্র ৰাজা।
আগ বঢ়াইবাক গৈল বহুতৰ প্ৰজা ॥৩২৪
শুনিয়োক সভাসদ ভকতিসে সাৰ।
ভকতিতে বশ্য মাত্র দৈবকী কুমাৰ ॥
জ্ঞানতো কৰ্ম্মত কৰি ভকতিসে সাৰ।
ভকতিতে যেন বশ্য দৈবকী কুমাৰ ॥৩২৫
পাণ্ডবতে তাকে আবে লৈয়োক প্রমাণ।
দেখা কেন দূত ভৈলা দেৱ জনাৰ্দ্দন ॥
যি জনে ভকতি কৰে বশ্য তাৰ হৰি।
আপুনি অধীন হুইয়া থাকন্ত সাদৰি ॥৩২৬
অভকত ভকতৰ বুঝি অভিপ্রায়।
সেবকৰ কৰ্ম্মক কৰন্ত যদুৰায় ॥
হেন জানি কৃষ্ণৰ ভকতি সাৰ কৰি।
ৰাম সৰস্বতী কহে বোলা হৰি হৰি ॥৩২৭

## ছুলড়ি।

জয় নমো ৰাম, নিত্য নিৰঞ্জন
পুৰাণ পুৰুষ হৰি।
ভাৰতৰ পদ, প্ৰচাৰ কৰিবো,
তযু পদ অনুসৰি ॥
হস্তিনা পুৰত, প্ৰবেশ ভৈলন্ত,
যেবে দেব জনাৰ্দ্দন।
উষ মিস কৰি, সকলে নগৰি,
চলি গৈলা তেতিক্ষণ ॥ ২৮

প্ৰথমতে দ্ৰোণ, বিদুৰ চলিলা,
গৃহে নথাকিল কেৱ।
মনে অনুৰাগ, বোলে বৰভাগ,
দেখিয়ো যাদৱ দেৱ ॥
বাল বৃদ্ধ যুবা, সকলে চলিলা,
ভীষ্ম সমে তিনি আগ।
বাহ্লিক প্ৰমুক্ষে, যতেক নৃপতি,
পাচত ধৰিলা লাগ ॥৩২৯

কৃষ্ণক দেখিবে, উভতি চলিল,
সকল নগৰ চানি।
জয় কৃষ্ণ জয়, জোকাৰ মাৰয়,
স্বৰ্গকো লঙ্ঘিল ধ্বনি ॥
দুখী ভিক্ষী যত, তেসম্বো চলিল,
দেখিবো সাৰঙ্গ পানী।
অন্ধক নৃপতি, নগৰে ৰহিলা,
দোৰ্য্যোধন মহামানী ॥৩৩০

---

## ছবি।

অনন্তৰে ব্ৰাহ্মণৰ, ভাৰ্য্যাগণ চলি গৈলা
কুল বধূ তেসম্বাৰ সঙ্গে।
মহা শান্তি গুৰু যায়া, দ্ৰোণ সমে এক কায়া,
কৃপিয়ো চলিলা বৰ সঙ্গে ॥
মাধৱ আসিলা শুনি, কুন্তীও লৰৱ দিলা,
তনু যেন লভিলা প্ৰাণক।
চাহি বাক বাজ ভৈলা, দ্বাৰতে পৰিয়া ৰৈলা,
মহাকোপে দেখিলা যমক ॥৩৩১

গৃহৰ মঞ্চত চৰি, নাৰীগণে বেঢ়ি বেঢ়ি,
শাৰি শাৰি ৰহিলেক চাই।
প্ৰজাৰ শিৰত ভূমি, দল দোপ লাগিলেক,
গাৱ ঠেলি পৈসন নজাই ॥
মাধৱৰ ৰথগতি, শিথিল ভৈলেক আতি,
প্ৰজাৰ শিৰত নাহি সন্ধি।
ধীৰে ধীৰে ৰথ যাই, নগৰীয়া লোকে পাই,
মনত আলিঙ্গি গলে বান্ধি ॥৩৩২
কন্যাগণে গৃহে চৰি, পুষ্প মালা সিঞ্চাৱন্ত,
সিঞ্চে দূৰ্ব্বাক্ষত বিতোপন।
মনে হেন অভিলাষ, যাইবা হৰি মোৰ পাশ,
পীন ঘন নবীন যৌবন ॥
আমাৰ যৌবন চাই, প্ৰশংসিব যদুৰাই,
কাম দৃষ্টি চাহিবা আমাক।
কুলধৰ্ম্ম পৰিহৰি, হইবো তান কিঙ্কৰী,
লক্ষ্মীয়ো সেৱন্ত নিতে যাক ॥৩৩৩
মাধৱৰ দৃষ্টি পাই, উলসিত সৰ্ব্বকাই,
ভকতৰ লোমাঞ্চিত তনু।
অভক্তক কোপ মনে, চান্ত হৰি ঘনে ঘনে,
দুৰ্জ্জনৰ মনে মহা মন্যু ॥

অনন্তৰে কৃষ্ণে পাছে, নগৰিত পসিলন্ত,
তিনি দুৱাৰৰ অভ্যান্তৰ।
শুনি ধৃতৰাষ্ট্ৰ ৰাই, দোৰ্য্যোধন সমে যাই,
সভা মাজে পুজিলা বিস্তৰ ॥৩৩৪
দোৰ্য্যোধনে উঠি গই, দিব্য সিংহাসন লই,
মাধৱক দিলন্ত বঢ়াই।
পাছে কুৰু বৃদ্ধ গণে, বসিলন্ত থানে থানে,
মাধৱক গৌৰবে বসাই ॥
প্ৰথমতে কৃষ্ণে উঠি, ধৃতৰাষ্ট্ৰ নৃপতিক,
জানু পাৰি নমিলা চৰণে।
জানি ধৃতৰাষ্ট্ৰ ৰাই, হাত মেলি লাগ পাই,
আশীৰ্ব্বাদ কৰিলা তেখনে ॥৩৩৫
ভীষ্মক নমিলা পাছে, দেখি ভীষ্ম আথে বেথে
আঙ্কোৱালি ধৰিলন্ত তুলি।
দ্ৰোণ বাহ্লিক দুই, তথাহস্তে চম্ভু হুই,
নমিলন্ত কৰযোৰ কৰি ॥
আনো যত বন্ধুগণ, সবাৰো তুষিলা মন,
নানা ভাবে সাদৰি বিস্তৰ।
কতো মুখ চাই হাসি, বচনে প্ৰশংসি আসি,
আসনে বসিলা গদাধৰ ॥৩৩৬

কৰ্ণে মাধৱক গই, চৰণৰ ধুলি লই,
মহেশ ধৰিছে যাক জটে।
মুখত অমৃত বাণী, হৃদয়ত খুৰ খানি,
দোৰ্য্যোধনে নমিলা কপটে ॥
চৰণৰ ধুলি লই, কতো দূৰ মানে গই,
পাছ মুণ্ডে পেলাইলা জঙ্কাৰি।
দুঃশাসন আদি যত, তাসম্বাৰ ভাই আছে,
সমস্তে নমিলা জানুপাবি ॥৩৩৭
নমো নমো নাৰায়ণ, ভৱ ভয় বিনাশন,
অকণ চৰণে ৰাখিয়োক।
বোলে ৰাম সৰস্বতী, ৰাম বুলি সাধা গতি,
যত আছা সমাজিক লোক ॥৩৩৮

---

পাদ।

বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
ধৃতৰাষ্ট্রে মাধৱক পূজিলা বিস্তৰ ॥
হস্তী ঘোৰা ৰথচয় দিলেক অপাৰ।
দাস দাসী উছৰ্গীলা হাজাৰে হাজাৰ ॥৩৩৯

নিজ দাসী বাছি বাছি ৰূপে গুণে ধন্যা।
উছৰ্গি কৃষ্ণক দিলা হাজাৰেক কন্যা॥
গৃহ মধ্যে সাৰ আতি যাৰ সম নাই।
দুঃশাসন গৃহত ৰহিলা যদুৰাই ॥৩৪০
দোৰ্য্যোধনে মাতই কৃষ্ণৰ হাতে ধৰি।
দুৰ্গম পথত প্ৰভু আছাহা ভাগৰি॥
আজি জ্ঞাতি গণৰ সবাৰো হেন মন।
তুমি সমে ৰঙ্গে অন্ন কৰিবো ভোজন ॥৩৪১
উঠিয়ো সাত্যকি উঠা দাৰুক লগত।
নুঠা যদি কৃষ্ণ তেবে আমাৰ শপত॥
অনন্তৰে কৃষ্ণে পাছে দিলন্ত উত্তৰ।
তযু গৃহে অন্ন ভুঞ্জিবাক লাগে ডৰ ॥৩৪২
যি কাৰ্য্যে আসিছো যদি সিজে সিটো কাজ।
তেবে অন্ন ভুঞ্জিলে কিঞ্চিতো নাই লাজ॥
যদ্যপি কুটুম্ব সম্বন্ধত নোহে ভিন্ন।
তথাপিতো দূত আমি পৰৰ অধীন ৩৪৩
তযু গৃহে ভোজন কৰিলে মহাবীৰ।
শুনি ক্ৰোধ কৰিবন্ত ৰাজা যুধিষ্ঠিৰ॥
আক জানি নগৰ বাহিৰে দিয়া ঠাই।
তযু গৃহে অন্ন ভুঞ্জিবাক ইচ্ছা নাই ॥৩৪৪

কন্যাগণ দিলে যত বিবিধ সম্ভাৰ ।
দূতৰ শুনিছা কৈত্ত হেন ব্যবহাৰ ॥
দূতৰ বিহিত যত শাস্ত্ৰ ধৰ্ম্ম নয় ।
নগৰৰ বাহিৰত থাকো মই যাই ॥৩৪৫
কপটিত কপট কৰিলা দেৱ হৰি ।
উঠি গৈলা পাছে বিদুৰৰ হাতে ধৰি ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
বিদুৰৰ গৃহত ৰহিলা দামোদৰ ॥৩৪৬
যত দুঃখ কৌৰবে দিলেক বিপৰিত ।
সুমৰি নিশ্বাস তেজে বিদুৰে সহিত ॥
মহা দুঃখে খেদমনে ভকতক স্মৰি ।
কুন্তীৰ গৃহত গৈয়া প্ৰবেশিলা হৰি ॥৩৪৭
দেখন্ত শোকত কুন্তী বিকল স্বভাৱ ।
জানু শিৰে নমিলন্ত কৃষ্ণে দুই পাৱ ॥
কুন্তীৰো পৰম প্ৰেম মাধৱক পাই ।
গলে বান্ধি কান্দন্ত লোতক বহি যাই ॥৩৪৮
বাৰ্ত্তা পুছিলন্ত পাছে মাধৱৰ আগে ।
মহাস্নেহে গোসানী পুত্ৰক অনুৰাগে ॥
অন্যো অন্যে স্নেহে যেন দবে এক কায়া ।
কাকো কেৱে নেৰে যেন দৰ্পণৰ ছায়া ॥৩৪৯

জনপদে থাকি ৰাজ্য ভক্তিতে যুৰাই।
নির্জান অৰণ্যে গৈয়া বনবাসি প্ৰাই ॥
সৰ্ব্বকালে বেঢ়ি বেঢ়ি ঘোটক সকলে।
হস্তাগণে চিহৰয় পৰম প্ৰবলে ॥৩৫০
নতে ভাটে বেঢ়ি বেঢ়ি কৰে নানা স্তুতি।
এতেক প্ৰকাৰে যাৰ নিদ্ৰা নিমিলন্তি ॥
এবে মহা ঘোৰ নাদ শৃগালৰ ৰাৱে।
সিংহ ব্যাঘ্ৰ বেঢ়ি বেঢ়ি তোমাক জগাৱে ॥৩৫১
জাম্বু নদী সদৃশ যাহাৰ দেহা জলে।
হেন যুধিষ্ঠিৰ বাপু আচন্ত কুশলে ॥
নহুস যযাতি পৃথু সগৰ দিলিপ।
মান্ধাতা ভৰত আদি অসংক্ষাত নৃপ ॥৩৫২
এসম্বাৰ ভাৰক একলে আছা ধৰি।
প্ৰাণ পৰিশ্ৰমে যিটো অন্যায় নকৰি ॥
নাই শত্রু মিত্র সৰ্ব্ব গুণাকৰ শন্ত।
হেন যুধিষ্ঠিৰ বাপু কুশলে আচন্ত ॥৩৫৩
মধ্যম তনয় মোৰ পৰম প্ৰবল ॥
ময় মত্ত হস্তী দশ হাজাৰৰ বল ॥
কিচকক মাৰিলন্ত গন্ধৰ্ব্বৰ চলে।
সিয়ো পাপী দ্ৰোপদীক জোকাইল নিস্থলে ॥৩৫৪

সৰ্ব্বকালে ক্ৰোধী যিটো বিপৰীত ৰোষ।
কোনে সুখে জীৱন্ত ভীমৰ কৰি দ্ৰোহ ॥
ক্ৰোধে যম সম হুতাসণ যেন বলে।
হেন বৃকোদৰ বাপু আচন্ত কুশলে ॥৩৫৫
সহস্ৰাৰ্জ্জুনৰ সম তনয় অৰ্জ্জুন।
দুয়ো একে ৰথী সম আতি নিদাৰুণ ॥
হাজাৰ বাহুয়ে প্ৰহাৰই যত মান।
ধনঞ্জয় দুই বাহু তাহাৰ প্ৰমান ॥৩৫৬
কৌৰবক কোপ মনে পাণ্ডব সকল।
অদ্যাপিয়ো আশা কৰে যাৰ বাহুবল ॥
তুমি যাৰ বান্ধব আমাৰ প্ৰাণ সখি।
আপুনি অধীন ভৈলা যাৰ ভক্তি দেখি ॥৩৫৭
বলবন্ত যুবৰাজ ৰিপু সংহাৰক।
গৰু লই আসন্তে শুনিলো কৌৰবক ॥
একেশ্বৰে কৌৰব সবক ৰণে জিনি।
বস্ত্ৰমানে কাঢ়ি লৈলা নকাটিলা ঘিণি ॥৩৫৮
যাৰ যশ প্ৰচণ্ড আদিত্য সম জলে।
হেন ধনঞ্জয় বাপু আচন্ত কুশলে ॥
গুণাকৰ পৰম জ্বৱঞ্জ সমজলে।
যাৰ সম ৰূপ নাই ধৰণী মণ্ডলে ॥৩৫৯

ৰাজ চিহ্ন যতেক অ.চয় সমস্তয় .
যা'ৰ বাক্য নৃপতি সকলে আ'দৰয় ॥
তোমাত ভকতি যিটো ক্ষেণেকো নেৰন্ত ।
হেন সহদেব বাছা কুশলে আচন্ত ॥৩৬০
সুঘলিত শিশু সুবলিত আতি কায়া ।
চাৰিতো অধিক মোৰ নকুলত দায়া ॥
এক দণ্ডে যুগ যাই নেদেখি যাহাক ।
চৌধয় বৎসৰে নতু পাঁও দেখিবাক ।৩৬১
নিতে ৰোষ কৰন্ত চৰিয়া মোৰ কোলে ।
কুশলে আচন্ত বাপু হেনয় নকুলে ॥
আদৰৰ বহাৰি পৰম সুচৰিতা ।
পাঞ্চতো অধিক মোৰ দ্ৰোপদীক চিন্তা ॥৩৬২
বনবাসে গৈল পতি গণক সাদৰি ।
আপোনাৰ পাঞ্চ তনয়ক পৰি হৰি ॥
উপদ্ৰব কৰিল কীচক মহাবলে ।
হেনয় দ্ৰোপদী আই আচন্ত কুশলে ॥৩৬৩
হেন প্ৰিয়া দোপদীক দুঃশাসনে পাই ।
যি:বেলাত সমাজক নিলেক ঘষাই ॥
বিবস্ত্ৰ কৰন্তে ৰাজাগণ চাই আছে ।
ইহাত আধক মোৰ কোন দুঃখ আছে ॥৩৬৪

চন্দ্ৰসূৰ্য্যে নেদেখিলে যাহাৰ চৰণ।
কুৰু সমাজত দুষ্ট কৰে বিকৰ্থণ ॥
সিবেলাত দেখি আছে পৰম অন্যায়।
কেৱে কিছু নুবুলিলে আছিলেক চাই ॥৩৬৫
পৰম সুহৃদ গণে মৌন হুয়া ৰৈল।
বিদুৰে ধৰ্ম্মত থাকি বুলিবাক লৈল ॥
বিদুৰৰ বাক্য চয় মনত নুগুণি।
চুলত ধৰিয়া দ্ৰোপদীক ঘষাই আনি ॥৩৬৬
উৰুত বৈসাইয়া বুলি যত লঘু বাণী।
তাসম্বাৰ কন্ধ ছেদ দেখিবো কৈসানি ॥
অজাত শত্ৰুক যিটো সভা মাজে তুলি।
দাস বুলি যিটো জনে পিন্ধাইলা বাকলি ॥ ৩৬৭
বস্ত্ৰ মানে কাঢ়ি লৈয়া টঙ্কাই খেদাইলা।
বিকৃত আকাৰ কৰি বৰ ৰঙ্গ পাইলা ॥
সিটো দুষ্ট সবৰ অদ্যাপি দেখো মুখ।
আত পৰে প্ৰভু মোৰ আছে কোন দুখ ৩৬৮
আৰো এক বাৰ্ত্তা কহো শুনা নাৰায়ণ।
যুধিষ্ঠিৰ ৰাজাত প্ৰথমে দিবা জান ॥
পুৰুষৰ পো যদি হবে পাঞ্চো ভাই।
কৌৰৱক মাৰি ৰাজ্য লৈবাক যুৱাই ॥৩৬৯

যি কাৰণে ক্ষেত্ৰিয় কুলত জন্ম ধৰি।
গুৰু গৃহে অস্ত্ৰচয় শিখিলা সাদৰি ॥
পুত্ৰতো অধিক গুৰু শিখাইলন্ত নিত।
হেন তাৰ কাল আসি ভৈলা উপস্থিত ॥৩৭০
দান্তে তৃণ ধৰি কৰো তোমাক গোছৰ।
মোক দেখাই দুৰ্গতি খণ্ডায়ো পাণ্ডৱৰ ॥
পিতৃ হীন পাঞ্চ গুটি চেণ্ডিয়া তনয়।
তোমাৰ চৰণে এতি ক্ষণে দিলো ময় ॥৩৭১
মাধৱে বোলন্ত পেসী শুনিয়ো বচন।
মহাবীৰ বলৱন্ত তযু পুত্ৰগণ ॥
বনবাস বঞ্চিলা অজ্ঞাত পৰিহৰি।
কুশলে আচন্ত সবে বিৰাত নগৰী ॥৩৭২
তাসম্বাৰ চিন্তা তুমি নকৰিবা মনে।
অল্পকালে কৌৰবক সংহাৰিবে ৰণে ॥
আপুনি সমৰ্থ আৰো মই অনুকুল।
অকণ্টকা কৰিবন্ত ধৰণী মণ্ডল ॥৩৭৩
পাণ্ডৱে বুলিছে মোক তোমাক গৌৰবে।
নমস্কাৰ কৰিবে বুলিছে গাৱে গাৱে ॥
এহি বুলি কৃষ্ণে আসনৰ উঠি যাই।
পাঞ্চ বাৰ নমিলা কুন্তীৰ দুই পাই ॥৩৭৪

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে কথা শুনা কৌৰবৰ ॥
যি বেলাত কৌৰবৰ গৃহ পৰিহৰি।
বিদুৰৰ গৃহে গই ৰহিলন্ত হৰি ॥৩৭৫
সেহিবেলা উঠি দোৰ্য্যোধন মহাৰাজ।
খঙ্গে গৈয়া ভিতৰত পাতিলা সমাজ ॥
কৰ্ণ দুঃশাসন চিত্ৰসেন বিবিংশতি।
শকুনি সহিতে আৰো অসংক্ষ নৃপতি ॥৩৭৬
আছিলেক মানে চলি গৈলা সামৰাজে।
ভীষ্ম দ্ৰোণ বিদুৰ যে তিনি জন বাজে ॥
মাধৱক কোপে দোৰ্য্যোধন নৃপবৰে।
বিষ লগা সৰ্প যেন নাকে বিষ পৰে ॥৩৭৭
দুয়ো ওঠ কম্পে কোপে নয়ন ফুৰাই।
বুলিবাক লাগিলা কৰ্ণৰ মুখ চাই ॥
দেখা দেখা কৰ্ণ তুমি কৃষ্ণৰ মহত্ত।
সভামাজে মোক লাজ কৰিলেক যত ॥৩৭৮
সভামাজে হাতে ধৰি গৈলো মাতিবাক।
নুবুলিল মোক আক আখাৰেক বাক ॥
আৰো বোলে অন্ন নুভুঞ্জিবো তযু ঘৰে।
দেখা দেখা অৱহেলা মোক যদি কৰে ॥৩৭৯

এনে যদি লক্ষ কৃষ্ণে নখাই মোৰ অন্ন ।
তেবে দোৰ্য্যোধনক বাছয় কোনজন ॥
সৰ্ব্বকালে জানো ইটো কপটৰ ঘাই ।
পাণ্ডবেও ৰাজ্য খোজে তাক সখা পাই ॥৩৮০
কৃষ্ণক ধৰিবো কালি সমাজৰ মাজে ।
আবে মোৰ আদেশ শুনিয়ো সামৰাজে ॥
মহাৰথীগণ সাজি যাই সাজু হুই ।
বেঢ়ি বেঢ়ি কৃষ্ণক থাকিবা বাজু লই ॥৩৮১
আমাৰ শঙ্কেত আনে জানিবে নলাগে ।
সমদলে কটকে কৃষ্ণক ধৰা আগে ॥
সাত্যকিক ধৰা পাছে দাৰুককো ধৰ ।
তিনিয়ো জনক একেলগে বন্দি কৰ ॥৩৮২
আনো আসিয়াছে সবাহাকে ধৰি বান্ধি ।
বস্ত্ৰ মানে কাঢ়ি লৈয়ো যাউক পাত পিন্ধি ॥
ৰাজাৰ বচন শিৰোগত কৰি সাৰ ।
ভাল বুলি সবেয়ো কৰিলা অঙ্গীকাৰ ॥৩৮৩
এহিবুলি উঠি গৈলা ৰাজা দোৰ্য্যোধন ।
গিৰিসিত কৰিয়া ভাগিল সভাখান ॥
এতহন্তে ৰাত্ৰি বহি নব ঘটি গৈলা ।
সেইবেলা ভীষ্ম দ্ৰোণ এক থান ভৈলা ॥৩৮৪

কৌৰবক আড় হুই অলক্ষিত ভাৱে।
দুৰ্য্যোধন চলি গৈলা মাধৱৰ ঠাৱে ॥
ফল পুষ্প দিলা মানে বিবিধ সম্ভাৰ।
সুবৰ্ণ ৰজত যত আছিল অপাৰ ॥৩৮৫
কৃষ্ণৰ চৰণে দিলা তুষ্ট মনে আতি।
তাসম্বাৰ পূজা কৃষ্ণে লৈলা হাত পাতি ॥
কৃষ্ণৰ চৰণে দিয়া কৰিলা ভকতি।
তাসম্বাক সন্তোষ কৰাইলা যদুপতি ॥৩৮৬
মৃদুত্তৰ গৌৰৱ বুলিলা নানা ভাৱে।
দুইকো পঠাইলন্ত কৃষ্ণ আপোনাৰ ঠাৱে ॥
তেসম্বো গৈলেক যেবে দেখি মহামতি।
সেহিবেলা বিদুৰে কৃষ্ণত নিগদতি ॥৩৮৭
বিদুৰে বোলন্ত পাণ্ডৱক স্নেহ ভাৱে।
আসিয়াছা দোৰ্য্যোধন নৃপতিৰ ঠাৱে ॥
সময়ন্তি কৰিবাক অভিলাষ মনে।
তথু বাক্য কিছু নকৰিব দোৰ্য্যোধন ॥৩৮৮
পৃথিবীৰ ৰাজগণ সবাকো অনাইল।
অৰ্থ দিয়া ভীষ্ম দ্ৰোণ দুইহাঙ্কো বৰাইল ॥
গুৰু গৌৰৱৰ বাক্য নুশুনয় দৰ্পে।
মন্ত্ৰক নুশুনে যেন উশৃঙ্খল সৰ্পে ॥৩৮৯

তাৰ আগে বচন বুলিবা নাৰায়ণ ।
চাণ্ডালক বেদ যেন শুনায়ে ব্ৰাহ্মণ ॥
দেখিলেও পাপ, শুনিলেও দোষ পাই ।
আক জানি উলটি যায়োক যদুৰাই ॥৩৯০
বিদুৰৰ বচনক সাধুবাদ কৰি ।
অনন্তৰে বচন বুলিলা দেৱহৰি ॥
তোমাৰ বচন বেদ বাক্য হেন জানো ।
দোৰ্য্যোধনে ৰাজ্য নিদিবেক মনে মানো ॥৩৯১
তথাপিতো আসিলো পুণ্যক অভিলাষে ।
কুৰু পাণ্ডৱৰ যুদ্ধ মিলিব আৱশে ॥
তাৰ লগে অসংখ্য নৃপতি কটা যাই ।
ৰাখিবাক পাৰিলে সবাৰো পুন্য পাই ॥৩৯২
যদি মোৰ বচন নকৰে দুষ্টগণে ।
অন্যো অন্যে মৰি যাইবে যমেৰ ভবনে ॥
তথাপিতো আসিলো সেহি মহাবল ।
কলি যুগে উদ্যোগ মাত্ৰকে পাই ফল ॥৩৯৩
এত হন্তে চাৰি বীৰে কৰিলা শয়ন ।
বিদুৰ সাত্যকি যে দাৰুক নাৰায়ণ ॥
ক্ষণ প্ৰাই ৰজনী তথাতে বিতোপন ।
সেই বেলা ভৈলা আসি ৰজনী প্ৰসন্ন ॥৩৯৪

নটে ভাটে যগাইলেক নিদ্রা পৰিহৰি।
শৌচ হুয়া স্নান গৃহে প্ৰবেশিলা হৰি ॥
স্নান কৰি গায়ত্ৰী জপিলা সনাতন।
সেই বেলা কৰ্ণ সমে আসি দোৰ্যোধনে ৩৯৫
মাধৱক মাতি আতি হৰিষিত মনে।
হৃদয়ে কপট তাক নজানয় আনে ॥
উঠা উঠা প্ৰভু চলিয়োক নাৰায়ণ।
সভা মাজে বাট চাই আছে ৰাজাগণ ॥৩৯৬
পাছে কৃষ্ণে ব্ৰাহ্মণ গণক দিলা দান।
বিদুৰ সহিতে পাছে শুনিলা পুৰাণ ॥
কৰ্ণ দোৰ্যোধন দুয়ো আছিলেক ৰই।
সেহি বেলা দাৰুক আসিলা ৰথ লই ॥৩৯৭
ব্ৰাহ্মণ সবৰ পাছে নমিলা চৰণ।
ৰথ দেখি মাধৱৰ আনন্দিত মন ॥
ভুষণৰো ভূষণ সজ্জন নিজ অঙ্গে।
নানাবিধ অলঙ্কাৰ পিন্ধিলন্ত ৰঙ্গে ॥৩৯৮
অলঙ্কাৰ পিন্ধি ৰাজ ভৈলা তেতিক্ষণে।
দেখি সমস্তৰে ৰূপ হৰিলা তেখনে ॥
কৃষ্ণৰ আগত নোশোভয় কেৱে আন।
আদিত্যৰ আগত প্ৰদীপ যেন ঠান ॥৩৯৯

ডেৰ দিয়া ৰথত চৰিলা দামোদৰ ।
পাচত সাত্যকি কৃতবৰ্ম্মা বীৰবৰ ॥
আনো যদুবীৰ গণ হস্তী ঘোড়ে চৰি ।
দুয়োপাশে কৃষ্ণক চলিলা ৰক্ষা কৰি ॥৪০০
মাধৱৰ ৰূপ দেখি নসহয় মনে ।
ঘণে ঘণে ফিৰি চাহে ৰাজা দোৰ্য্যোধনে ॥
কৰ্ণক সম্বুধি বোলে শুনা শুনা কৰ্ণ ।
ভালেতো ইহাক দেখি ভজে নাৰীগণ ॥৪০১
পৰোক্ষত কহো জানা বচন স্বৰূপ ।
কোন বিধি ইহাৰ স্ৰজিলে হেন ৰূপ ॥
হেন ৰূপ আমাৰ নভৈল কি কাৰণে ।
এহি বুলি অসন্তোষ কৰে দোৰ্য্যোধনে ॥৪০২
এত হন্তে নগৰত প্ৰবেশিলা হৰি ।
অম্ৰাৱতী সম কুৰু নৃপতিৰ পুৰী ॥
নগৰৰ তিনি থান দ্বাৰ পৰিহৰি ।
সভাৰ দ্বাৰত গই প্ৰবেশিলা হৰি ॥৪০৩
দেখি গাৱ চালিলা সমস্তে ৰাজাগণ ।
সেহিবেলা আসিলেক সপ্ত ঋষিগণ ॥
দেখি ভীষ্মে উঠিয়া কৃষ্ণৰ অনুমতি ।
পাদ্য অৰ্ঘ দিলা দোৰ্য্যোধন সমন্বিতি ॥৪০৪

নমস্কাৰ কৰি বসিবাৰ দিলা ঠাই ।
ৰাজাগণে দেখি অন্যো অন্যে আছে চাই ॥
নানা ৰত্নে জিকি পাৰে দেখি সভাখান ।
ঠাই ঠাই ৰচিত সুবৰ্ণ সিংহাসন ॥৪০৫
তাতে বসি অনেক নৃপতি কৰে কান্তি ।
অম্ৰাৱতী পুৰে যেন দেৱতাৰ পান্তি ॥
যেতিক্ষণে সভাত প্ৰবেশ চক্ৰপাণি ।
নৃপতি সবৰ যেন তেজ ভৈলা হানি ॥৪০৬
অলঙ্কাৰে নেশোভয় বিবৰ্ণ সকলে ।
আদিত্যৰ আগে যেন প্ৰদীপ নজলে ॥
থিয় হুয়া ৰাজাগণে কৃষ্ণক আকলি ।
চক্ষু লাগি আছে যেন চিত্ৰৰ পুতলি ॥৪০৭
শুভ শুভ জয় জয় কৰে সাধু জনে ।
প্ৰথমতে আসনে বসিলা নাৰায়ণে ॥
অযোধ্যাত ৰাম যেন স্বৰ্গে পুৰন্দৰ ।
সত্যলোকে ব্ৰহ্মা যেন কৈলাসত হৰ ॥৪০৮
বৈকুণ্ঠত হৰি যেন লক্ষ্মী একে ঠাই ॥
সেই মতে আসনে বসিলা যদুৰাই ॥
পাছে নিজ আসনে বসিলা ৰাজাগণ ।
নিচুকি থাকিলা কিছু নুবুলি বচন ॥৪০৯

কোকিলৰ স্বৰে যেন পুৰে সুমণ্ডিত ।
জগত নিৰ্ভয় শুনি পৰম ললিত ॥৪১০
শুনা শুনা জেঠা ধৃতৰাষ্ট্ৰ নৃপবৰ ।
তুমি সৰ্ব্ব ভুমধ্যত নৃপতি সবৰ ॥
আজমিঢ় কুলে যাক গণনাত গণি ।
যাৰ শুদ্ধ গুণ গণে ঢাকিলে ধৰণী ॥৪১১
দেখন্তেয়ো দুখলাগে শুনন্তেয়ো শোকে ।
একখানি দোষতেহে নিন্দা কৰে লোকে ॥
দোৰ্য্যোধনৰ বোলে পাণ্ডৱৰ বনবাস ।
জীৱন মৰণ আৰ এৰিলাহা আশ ॥৪১২
তাহাৰ ৰাজ্যক পুত্ৰয়েৰে কৰে ভোগ ।
বৃদ্ধ বয়সত হোৱে কথা ইকি যোগ ॥
বন পৰি হৰি অজ্ঞাতৰ দুঃখ পাই ।
তযু আজ্ঞা অদ্যাপি আচন্ত বাট চাই ॥৪১৩
তুমি দেখো যুদ্ধক উদ্যোগ বিপৰীত ।
ৰাজাগণ আনি আছা ইকি যথোচিত ॥
দুইতে জেঠা সমৰক অভিলাষ মনে ।
উদ্যোগ কৰিছা তুমি অনেক যতনে ॥৪১৪
পাণ্ডৱক মাৰিলে সমস্তে ৰাজ্য পাই ।
কিন্তু দৈৱ গতি জেঠা বুজন নযাই ॥

যদি হেন হোৱে যুদ্ধে পাণ্ডৱক মাৰি।
সকল পৃথিবী পাইবা অকণ্টকা কৰি ॥৪১৫
তথাপিতো জেঠা পাছে স্তমৰিবা মোক ।
কিছু ৰঙ্গ নপাইবা ভাতিজৰ শোক ॥
যদি হেন হোৱে জেঠা পাণ্ডৱ বিশাল।
দুৰ্জ্জনৰ অগনি সাক্ষাতে যমকাল ॥৪১৬
প্ৰচণ্ড অগনি যেন দেৱতাৰ শৰে ।
নিগুটি কৰিয়া যদি কৌৰৱ সংহৰে ॥
তেবে তোমাথেৰ ভৰানাৱ তল যাই।
পাছে কি কৰিবা জেঠা কহিয়ো উপাই ॥৪১৭
পৃথিবীৰ ৰাজাগণ আনি আছা যত।
সবেয়ো মৰিবে অন্যো অন্যে সমৰত ॥
আক জানি দণ্ড যদি নাভাঙ্গাহা আগে ।
বিশ্ববধ পাতেক তোমাতে তেবে লাগে ॥৪১৮
এহি বুলি আসনৰ উঠিলন্ত হৰি।
যুধিষ্ঠিৰ ৰাজাৰ কাকত শিৰে ধৰি ॥
পাগৰ ওপৰ কৰি কিৰীটিৰ আগে।
সামান্যৰ যেনে নৃপতিৰ অনুৰাগে ॥৪১৯
সেহি মতে কৃষ্ণ অবনত কৰি মাথে।
ধৃতৰাষ্ট্ৰ ৰাজাৰ দিলন্ত হাতে হাতে ॥

ধৃতৰাষ্ট্ৰে কাকত মতাইলা বিদ্যমানে।
যি বুলিলা যুধিষ্ঠিৰে ভীমে ও অৰ্জ্জুনে ॥৪২০
যুধিষ্ঠিৰে প্ৰিয় বুলিলন্ত নানা ভাৱে।
অৰ্জ্জুনে বুলিলা যুদ্ধ সমৰ গৌৰৱে ॥
ভীমে বুলিলন্ত ঘোৰ ঘাতুক দুৰ্ব্বাৰ।
শুনি কষ্ট মিলি গৈল সমস্তে সভাৰ ॥৪২১
সিবেলাত ৰাক্যচয় শুনিলা কৃষ্ণৰ।
হেন জন নাহি কাৰো দিলেক উত্তৰ ॥
মাধৱৰ বাক্যত সবাৰে তুষ্ট মন।
কেৱল নসহে তাক ৰাজা দুৰ্য্যোধন ॥৪২২
ঘনে ঘনে উঠে বৈসে চাহে চতুৰ্দ্দিশি ।
হেন দেখি মাতিলন্ত পশুৰাম ঋষি ॥
পশুৰাম বদতি শুনিয়ো ৰাজাগণ।
কাৰো বাক্য নুশুনৈ দাম্ভীক দুৰ্য্যোধন ॥৪২৩
আপোনাৰ দম্ভত আপুনি যাই ক্ষয়।
শুনা আক দম্ভৰ কাহিনী কহো ময় ॥
শুনা দুৰ্য্যোধন মোৰ বচন সম্প্ৰতি।
দম্ভ নামে পূৰ্ব্বত আছিল নৰপতি ॥৪২৪
তই যেন নমান গুৰু গৌৰৱক মনে।
সিয়ো পাপী আছিলেক এনয় দুৰ্জ্জনে ॥

তোক যেন ভূঞ্জন্তে নাতয় বসুমতী।
সিয়ো পাপী আছিলেক এনয় দুৰ্ম্মতি ॥৪২৫
দেবাসুৰ মনুষ্যে নসহে যাৰ ছোট।
দম্ভ নামে দুৰাচাৰ ধূমকেতু গোট ॥
দুৰাচাৰ পাপিষ্ঠ দাম্ভিক দম্ভ ময়।
দশো দিশ জিনিলেক ধৰ্ম্মত পৰায় ॥৪২৬
যুদ্ধক নাপাৰি যিটো ভেটে নৃপ বৰ।
তাৰ ৰাজ্য কাঢ়ি লৈয়া পাতই কিঙ্কৰ ॥
যুদ্ধ কৰি যিটো ৰাজা সমৰত থাটে।
তাক আনি সপুত্ৰে বান্ধৱে ধৰি কাটে ॥৪২৭
পৰম দৰ্পিষ্ঠ যিটো নৃপতি প্ৰবল।
ধনুৰ্দ্ধৰ অযুত হস্তীৰ গাৱে বল ॥
থিয় হুইবে দম্ভৰ আগত নাহি সহে।
তোৰ সম লক্ষেক নৃপতি দোলা বহে ॥৪২৮
এহিমতে দম্ভৰ অনেক কাল গৈলা।
শুনা আত অনন্তৰে যেন কথা ভৈলা ॥
প্ৰতি দিনে দম্ভে সমাজত বসি বোলে।
দেখিয়ো বীৰন্ত মোৰ ব্ৰাহ্মণ সবলে ॥৪২৯
বিচাৰিয়ো দেৱাসুৰ মনুষ্যৰ কাছে।
মোৰ সম বলৱন্ত বীৰ কোন আছে ॥

এহি মতে নিতে প্ৰশংসিয়া আপোনাক।
শুনি বিপ্ৰগণে ক্ৰোধে নসহিলা তাক ॥৪৩০
শুন অৰে দম্ভ ইটো গৰ্ব্ব পৰিহৰ।
দেখিয়াছো বলী তোত কৰি ধনুৰ্দ্ধৰ ॥
যদি তোৰ সমৰক আছে অভিলাষ।
এতিক্ষণে নৃপতি চলিয়ো তান পাশ।৪৩১
গন্ধ মাদনৰ কোলে পৰ্ব্বতৰ কাছে।
বদৰিকাশ্ৰম নামে স্থান তৈতে আছে ॥
তাতে ঘোৰ তপস্যা কৰন্ত অনুপাম।
দেখিবি দুই ঋষি নৰ নাৰায়ণ নাম ॥৪৩২
যদি গহ আছে তোৰ এতিক্ষণে লৰ।
হেন শুনি দম্ভৰ কৌতুক ভৈল বৰ ॥
শুনি যেন স্বৰ্গ পাইল হৰিষিত মনে।
সমদলে কটকে চলিলা তেতিক্ষণে ॥৪৩৩
তাৰ যত সৈন্য কোনে লেখিবে প্ৰকটে।
পোন্ধৰ মাসৰ পথ যুৰিলা কটকে ॥
এহিমতে বদৰিকাশ্ৰম পাইলা পাছে।
বিচাৰিলা নৰ নাৰায়ণ কৈত আছে ॥৪৩৪
ঘোৰ তপস্যাৰ বেশ শৰীৰ সুঠান।
দেখি দম্ভে দুইহান্তকো মাগে যুদ্ধদান ॥

নাৰায়ণে দম্ভক বুলিলা হেন শুনি।
মোত যুদ্ধ খোজা ৰাজা জানিকি নেজানি ॥৪৩৫
যুদ্ধকো নেজানো শৰীৰতো নাই বল।
ঘোৰ তপস্যাত গাৱ শুকাইল সকল ॥
বিশেষত ঋষি মোৰ ধনু শৰ নাই।
মোত যুদ্ধ খোজা ৰাজা দুই চক্ষু খাই ॥৪৩৬
অনা যুদ্ধ ভুঞ্জস সকলে বসুন্ধৰী।
কিসক মৰিবে খোজা ঘোৰ যুদ্ধ কৰি ॥
আমাৰ বচনে এভু ৰণ পৰিহৰ।
সুখে গৈয়া সমস্তে পৃথিবী ভোগ কৰ ॥৪৩৭
হেন শুনি দম্ভে মাতে মহা ক্ৰোধ কৰি।
শীঘ্ৰে যুদ্ধ দিয়োক বিলম্ব পৰিহৰি ॥
দাম্ভিকৰ দম্ভ গুচাইবাক মন কৰি।
নাৰায়ণে নৰক চাহিলা চক্ষু ঠাৰি ॥৪৩৮
চক্ষুৰ ইঙ্গিতে নৰে অনুমতি পাই।
বিৰিণাৰ শৰ ধনু সাজিলন্ত যাই ॥
বিৰিণাৰ কৰিলা অক্ষয় টোন বান।
বাকলিৰ কবচ কৰিলা পৰিধান ॥৪৩৯
পাছে বিৰিণাৰ ধনু টঙ্কাৰ কৰিলা।
দশো দিশ কম্পিলা সাগৰ খলকিলা ॥

দেখি দন্তে আনন্দে কাচিলা দিব্য কাছে।
চতুৰ্দ্দিশে নৰৰ বেঢ়িলা আগে পাছে ॥৪৪০
বতাসে ঢাকিলে যেন খৰোত্তৰ বেগে।
প্ৰচণ্ড মেঘক বায়ু উকৰাইলা বেগে ॥
প্ৰচণ্ড প্ৰহাৰে কোপে উঠিলেক মন্যু।
পাছে নৰে তুলি লৈলা বিৰিণাৰ ধনু ॥৪৪১
দন্তৰ সেনায়ে প্ৰহাৰিলা যত মান।
তাক লাগি হানিলন্ত ইসিকাৰ বাণ ॥
একো খৰিকাৰ বাণে একো কোটি ভৈল।
শৰ সব কাটিলেক ধুলি উৰি গৈল ॥৪৪২
আকাশতো দেৱগণে কৰে জয় জয়।
পাছে নৰে মাৰিলা দন্তৰ সেনা চয় ॥
একো খৰিকাৰ বাণে এক কোটি ভৈলা।
দন্তৰ সেনাক ঢাকি বৰষিৱে লৈলা ৪৪৩
বাসবৰ বজ্ৰ যেন সুদৃঢ় সন্ধান।
সকলে সৈন্যক কাটি কৰিলা নিৰ্জ্জান ॥
এহিমতে সৈন্যৰ যে পৰাভৱ দেখি।
আগবাঢ়ি দন্তে ধাইলা খানিকো না পেখি ॥৪৪৪
দুই দণ্ডমানে যুদ্ধ ভৈলেক তুমুল।
ঠাস ঠিস শব্দ শুনিয়া হুলস্থুল ॥

পাছে ইসিকাৰ বাণে নৰ মহাবল।
ধনু শৰ ৰথ ধ্বজ কাটিলা সকল ॥৪৪৫
আৰু প্ৰহাৰিলা তাক খৰিকাৰ বাণে।
শৰীৰত পৰি উজাই গৈলা নাকে কাণে ॥
নাকে মুখে দন্তে আতি পীড়া পায়া ৰৰ।
উলটিয়া দন্তে ভিৰি দিলেক লৰৰ ॥
যৈকে যাই তৈকে লাগি খেদি যাই বাণে।
নাকে মুখে পৰি উজাই থানে থানে ॥
হেন দেখি দন্তৰ ব্যাকুল ভৈল মন।
উলটি নৰৰ পাৱে পশিল শৰণ ॥৩৪৭
এৰিলেক দৰ্প দন্তে তিনি সত্য কৰি।
প্ৰাণী হিংসা এৰিলা সাধুৰ ধৰ্ম্ম ধৰি ॥
শিখিলেক যত ৰাজনীতি নিজ বন্ধ।
তেবেলে নৰেও তাৰ ৰাখিলেক কন্ধ ॥৪৪৮
যিটো নৰে দম্ভক দিলেক মহাভয়।
পাণ্ডু বংশে তেহেন্তে চিনিবি ধনঞ্জয় ॥
নাৰায়ণক চিনিবি কহিলো সাৰে সাৰ।
বিষ্ণু বংশে ভৈলা তেঁহে কৃষ্ণ অৱতাৰ ॥৪৪৯
আকে জানি দোৰ্য্যোধন মোৰ বোল কৰ।
কৃষ্ণ ধনঞ্জয়ক যে হেলা পৰিহৰ ॥

পৰম পুৰুষ তুমি জগত কাৰণ।
মোৰ বোলে সাদৰিয়ো তুহান চৰণ ॥৪৫০
যদি অৱহেলস সকলে যাইবি ক্ষয়।
এহি বুলি ৰৈল জমদগ্নিৰ তনয় ॥
কণ্ব ঋষি বুলিলন্ত নাৰদে বুলিলা।
তাসম্বাৰ বাক্য দোৰ্যোধনে নাদৰিলা ৪৫১
দোৰ্যোধনে পাছে অৱহেলা কৰি বৰ।
উৰুত চাপৰ মাৰি হাঁসিলা বিস্তৰ ॥
দেখি কণ্ব ঋষি শাপ দিলা অভিমত।
উৰু ভঙ্গ কৌক তোৰ ভীমৰ হাতত ॥৪৫২
শুনি হাঁহাকাৰ কৰে সভাসদ লোক।
ধৃতৰাষ্ট্ৰে নৃপতি কৰন্ত বৰ শোক ॥
ধৃতৰাষ্ট্ৰে মাধৱক মাতিলেক পাছে।
তযু বাক্য কৰিবে আমাৰ মন আছে ॥৪৫৩
সবাহানে মনোনীত শুনি তযু বাক।
কিন্তু পুত্ৰ দোৰ্যোধনে নমানে ইহাক ॥
তোমাৰ চৰণে প্ৰভু তাক শিখায়োক।
তেবেতো আনন্দ হবে সভাসদ লোক ॥৪৫৪
ধৃতৰাষ্ট্ৰ নৃপতিৰ বচন সাদৰি।
দোৰ্যোধন ৰাজক মাতিলা দেৱ হৰি ॥

শুনা দোৰ্য্যোধন তযু পিতৃৰ বচন।
পাণ্ডৱক ৰাজ্য দিবে আছে তান মন ॥৪৫৫
তুমি কেনে দাৰুণ ঘাতুক সৰ্ব্বকাল।
সন্তকুলে জন্মিলা এনুৱা নোহে ভাল ॥
গুৰু গৌৰৱক ৰাজ বাক্য অনাদৰি।
আপুনি প্ৰবৰ্ত্তে যিটো নীতি ধৰ্ম্ম এৰি ॥৪৫৬
সিজনৰ তিনিয়ো লোকত সুখ নাই।
আক জানি অৰ্দ্ধৰাজ্য দিবাক যুৱাই ॥
যদি সাঙ্গে ৰাজ্য এৰি দিয়া পাণ্ডৱক।
তথাপিতো ঘাটি নাই শুনা মোৰ বাক ॥৪৫৭
তোমাৰ পিতৃক ৰাজ্য পাণ্ডৱেয়ো দিব।
যুবৰাজ কৰি পাছে তোমাক থাপিব ॥
ধৃতৰাষ্ট্ৰ ৰাজাক সেৱন্ত ৰাত্ৰি দিন।
অনা যুদ্ধে হুইবে সবে তোমাৰ অধীন।৪৫৮
যদি মোৰ বাক্য ৰাজা নমানাহা মনে।
তেবে ভীম যুদ্ধক সমুখ হইবে কোনে।
কৌৰৱত দুখে কোপে অত্যন্ত জলন্ত।
হস্তিনা পুৰক চাই নিতান্তে গৰ্জ্জন্ত ॥৪৫৯
নিতে গদাধৰি সমৰক চাই বাট।
ভূমিত কোবান্তে বসুমতী মেলে ফাট ॥

আচম্ভোক ভীম ৰণে অৰ্জ্জুনক দেখি।
কোন জনে কুশলে আসিবি প্ৰাণ ৰাখি ॥৪৬০
অৰ্জ্জুনৰ লগত যুজিবে যত মান।
শুনি আছো সবে মৎস্য নৃপতিৰ থান ॥
অদ্যাপিয়ো নাৰী গণে হাসন্ত অপাৰ।
বস্ত্ৰ হেৰুয়াইলা শুনো সবাৰে গাৰুৰ ॥৪৬১
আনো হিত বাক্য চয় শুনি মাধৱৰ।
অনন্তৰে ভীষ্ম দ্ৰোণে দিলেক উত্তৰ ॥
শুন শুন বাপু দোৰ্য্যোধন নৃপবৰ।
কৃষ্ণৰ বচন শিৰোগত কৰি সাৰ ॥৪৬২
তযু পিতৃ ধৃতৰাষ্ট্ৰ তানো এহি চিত।
আনো সব দেখা সবাহাৰে মনোনীত ॥
যাৰে যুধিষ্ঠিৰ নৃপতিৰ কোপানলে।
ক্ৰোধ দৃষ্টি চায়া যাবে কৌৰৱ নড়লে ॥৪৬৩
যাৱদেক সমৰত অৰ্জ্জুনৰ শৰে।
নৃপতি গণৰ শিৰ ভূমিত নপৰে ॥
যদি ভীমসেন ঘোৰ গদাক প্ৰহাৰে।
যম ঘৰে যাইবা ভেৰে সসৈন্যে তোমাৰে ॥৪৬৪
তাৱতে সত্বৰে উঠ সুগুমণ মনে।
শৰণ পশিয়ো যুধিষ্ঠিৰৰ চৰণে ॥

এহি বুলি মৌন ভৈলা দুয়ো বীৰ বৰ।
শুনি দোৰ্য্যোধন ৰাজা নিদিলে উত্তৰ ॥৪৬৫
মৰো জীয়োঁ কৰি ৰাজা আছিলেক শুনি।
সেহি বেলা বিদুৰে মাতিলা মনে গুণি ॥
শুন দোৰ্য্যোধন তোক প্ৰতি শোক নাই।
মৰন্তা গণক কোনে দিবেক জীয়াই ॥৪৬৬
নাই চক্ষু বৃদ্ধ ভৈল পৰম দুৰ্ভাগি।
মই শোক কৰো সেই পাপিষ্ঠক লাগি ॥
আশকত দেখি হৰি হৰি কৰে লোকে।
আৰো দুঃখ পাইবে শত তনয়ৰ শোকে ॥৪৬৭
নেদিবেক আগে অবহেলি আছা যাক।
পাছে কোন প্ৰতিপাল কৰিবে ইহাক ॥
তাক প্ৰতি শোক নাই বিদুৰে বুলিলা।
কিয় হেন দুৰাচাৰ পুত্ৰক তুলিলা ॥৪৬৮
নতু দায়া লাগন্তে ছোটিতে চল পাই।
কিয় হেন তনয়ক ৰাখিলা তুলাই ॥
তাত হন্তে যত দুঃখ পাবে নিৰন্তৰ।
নাই শোক মোহ মোৰ কৌতুক বিস্তৰ ॥৪৬৯
বিদুৰৰ বচনত বৰ লাজ পাই ॥
মহা ক্ৰোধে কৈলা ৰাজা দশন চোবাই ॥

আঙ্গুলি ঠাৰিয়া বিদুৰক প্ৰতি বৈলা।
কৃষ্ণক সম্বুধি ৰাজা বুলিবাক লৈলা ॥
দোৰ্য্যোধন বদতি নুগুণি পূৰ্ব্বাপৰ।
অকাৰণে মোক নিন্দা কৰা দামোদৰ ॥
যি বুলিলা ৰাজ্য কাঢ়ি লৈলি পাশা চলে।
তাৰো কথা কহো মই শুনিয়ো সকলে ॥৪৭১
ইন্দ্ৰ প্ৰস্থ হন্তে হাক্ষলিয়া পাঞ্চ ভাই।
পাশা খেলাইবাক লাগি আইলা মোৰ ঠাই ॥
ময়ো পাশা নেখেলাইলো এহি কথা জানি।
অনন্তৰে আগ বাঢ়ি গৈলেক শকুনি ॥৪৭২
শকুনিত হাৰিল সমস্তে ৰাজ্য ভাৰ।
পাঞ্চো ভাই হাৰিলেক ভাৰ্য্যা আপোনাৰ ॥
আগে ৰঙ্গে খেলি পাছে কৰে অসন্তোষ।
গুনি চোৱা মাধব আমাৰ কোন দোষ ॥৪৭৩
পাশা খেলি দান ভৈল গৰ্ব্ব গৈল ভাগি।
উদ্ধাৰ কৰিলো মই শকুনিত মাগি ॥
তথাপি তোমৰা নিন্দা মোক চল পাই।
জানিলোহো ইকালে ভালৰ ভাল নাই ॥৪৭৪
ৰাজ্য ভাৰ-হাৰি সন্যাসীৰ ধৰি বেশ।
তপস্যাক মনে বনে ভৈলেক প্ৰবেশ ॥

শকুনিত খুজি মই লৈলো সামৰাজ।
এবে তাক পাণ্ডবে খোজন্ত কোন লাজ।৪৭৫
ভীম ধনঞ্জয় আদি যত অনুৰ্দ্ধৰ।
পাণ্ডৱক প্ৰতি মোৰ নাহিকয় ডৰ॥
যদি ৰণ জিনো মই পাণ্ডৱক মাৰি।
সকল পৃথিবী পাইবো অকণ্টকা কৰি॥৪৭৬
যদি সমৰত পৰো তভো হানি নাই।
সমুখ সংগ্ৰামে পৰি স্বৰ্গে চলি যাই॥
শুনিয়োক কহো মই সত্য অঙ্গীকাৰ।
আৰো ৰাজ্য খোজয় পাণ্ডৱ দুৰাচাৰ॥৪৭৭
সুচি অগ্ৰে যত ভুমি বিন্ধিবাক পাৰি।
সিয়োমানে ভুমি পাণ্ডৱক নেদো এৰি॥
মাধৱে বোলন্ত ৰাজা বুলিলাহা ভাল।
পাণ্ডৱক হিংসা নতু কৰা একোকাল॥৪৭৮
পাশা খেলি পাণ্ডৱক জিনিলা শকুনি।
তুমি দ্ৰোপদীক দুঃখ দিলা কোন গুণি॥
চুল ধৰি বিবস্ত্ৰা কৰিলা সভা মাজে।
উৰুত বৈসাইলা দেখিলেক সামৰাজে॥৪৭৯
দ্ৰোপদীৰ ক্ৰন্দনত কম্পিলাহা তুমি।
হুইতো পাণ্ডৱক নতু একো কৰা তুমি॥

িষ খুৱাই ভীমক বান্ধিলা মায়াবলে।
জতু গৃহে পুৰিবাক খুজিলা সকলে ॥৪৮০
ৰাজাগণে ধন আনে তাকে চাই চাই।
ৰাজসূইত দেখিয়া পোৰয় সৰ্ব্ব কাই ॥
দেখিবে নোৱাৰি পাছে আসিলা ঘৰক।
তুইতো তই নতু কিছু কৰ পাণ্ডৱক ॥৪৮১
যদি যুদ্ধ খোজস সাজিয়ো যত লাগে।
জীৱন্তে নেৰিবে তাক ভীম কাল বাঘে ॥
ভীমৰ প্ৰহাৰে হৃদয়ত লাগি শোক।
সিবেলাত কিছুমান সুমৰিবি মোক।৪৮২
দুঃসাষনে বোলে শুনা দদা দোৰ্য্যোধন।
ভীষ্ম দ্ৰোণ বিদুৰৰ বুজিলাহা মন ॥
আতিবাক পাৰিলে এসম্বে বন্দি কৰি।
এতিক্ষণে তোমাক পাণ্ডৱক দেই ধৰি ॥৪৮৩
শুনি ৰাজা দোৰ্যোধনে ক্ৰোধ কৰি বৰ।
কৰ্ণৰ হাতত ধৰি গৈলা অভ্যন্তৰ ॥
দেখি ৰাজগণে গিৰিসিত কৰি ভাগি।
শকুনি সহিত গৈলা ভিতৰক লাগি ॥২৮৪
দেখি বোলে কৃষ্ণে মোক অৱহেলে বৰ।
ভীষ্মৰ মুখক চাই দিলন্ত উত্তৰ ॥

এনে পাপী আছিলেক মন্দমতি কংস।
উপগ্ৰপ কৰিলা সমস্তে জ্ঞাতি বংশ ॥৪৮৫
তাৰ আগে বাপ মাৰ নৰহিলে ভাই।
পাছে আলোচিয়া নিলা আমাক মতাই॥
মই গই দুৰ্জ্জনক বধিলো সমৰে।
সেহি দিনা হন্তে সুখী মথুৰা নগৰে ॥৪৮৬
তোৰা সেইমতে দোৰ্যোধনে বন্দি কৰি।
মহাসুখে থাকা পাণ্ডুৰক দিয়া ধৰি॥
এতহন্তে গান্ধাৰিণী সমাজক যাই।
দোৰ্যোধন তনয়ক বুলিলা বুজাই ॥৪৮৭
শিখাইলেক যত ৰাজ-নীতিৰ প্ৰমাণ।
কৃষ্ণৰ বচন বেদ বাক্য হেন জ্ঞান॥
ভীষ্ম দ্ৰোণ বিদুৰে বোলন্ত যত যত।
যদি নকৰস বাপু মোহোৰে শপত ॥৪৮৮
বাপৰ শপত দশ কপিলা বধস।
যদি তই কৃষ্ণৰ বচন নকৰস॥
শুনি ৰাজা দোৰ্য্যোধনে ক্ৰোধ মনে উঠি।
গান্ধাৰী মাৱৰ বচনক দিলা পিঠি ॥৪৮৯
হেন দেখি ৰোষ কৰি গান্ধাৰীয়ো গৈলা।
কৰ্ণ দোৰ্যোধনে হেন আলোচিবে লৈলা॥

সেই বেলা ৰাজা গণে বোলে মহাৰাই।
বান্ধি আনি কৃষ্ণক যোগাইবো এহি ঠাই ॥৪৯০
মহা দুষ্ট নৃপতি গণৰ প্ৰাণ বৈৰী।
পাছে মান্য কৰো যদি ধৰিবাক পাৰি ॥
দোৰ্য্যোধনে বোলে কৰ্ণ উঠিয়ো সত্বৰে।
বাছি বাছি সৈন্য পাঞ্চা চাৰিয়ো দুৱাৰে ॥৪৯১
দুঃসাসন তই পূৰ্ব্ব দুৱাৰত থাক।
পচিমক লাগি মই পাঞ্চিলো তোমাক ॥
উত্তৰক লাগি ভগদত্ত মহাবলী।
আমাৰ আদেশ মাত্ৰ থাকিবা আকলি ৪৯২
বান্ধিবাক লাগি নিবা নাগপাশ জৰি।
খড়্গ চৰ্ম্ম নিবা বসনৰ আৰ কৰি ॥
আপোনাৰ সসৈন্যে থাকিব বাট চাই।
যেন মতে মাধৱক ধৰিবাক পাই ॥৪৯৩
চিদ্ৰ যদি পাইবা তেবে ধৰিবাহা বেঢ়ি।
পলাবাৰ সন্ধি জানে মহা দুষ্ট হৰি ॥
দোৰ্য্যোধনে আলোচে দেখিয়া বিদ্যমান।
জুমি জুমি সাত্যকি গৈলন্ত সেহি থান ॥৪৯৪
দুৰাচাৰ গণে আলোচিলা যত মানে।
আৰ হুইয়া সাত্যকি শুনিলা সবে কানে ॥

হেন শুনি সাত্যকি অগনি সম জ্বলে।
কৃতবৰ্ম্মা বীৰত যে কহিলা সকলে ॥৪৯৫
শুনা কৃতবৰ্ম্মা তুমি নাচাহিবা আন।
ঝাণ্ট কৰি আমাৰ কটক যোৰাই আন ॥
তোমাৰ আমাৰ দুইৰো সাজি আনা ৰথ।
দুষ্ট কৌৰৱক আজি পেশো যমপথ ॥৪৯৬
শুনি কৃতবৰ্ম্মা শীঘ্রবেগে গৈলা ধাই।
তেতিক্ষণে আনিলন্ত কটক যোড়াই ॥
কেহো ঘোটকত কেহো প্রমত্ত মাতঙ্গে।
অঙ্কুশৰ প্রহাৰত তুলি আছে খঙ্গে ॥৪৯৭
পৰম আক্রান্ত দেখি সবে লোকে বোলে।
দশন ভিৰিয়া যেনো নগৰক তোলে ॥
একো ৰথী ৰথত পদাতি সমে চাপি।
সভাৰ দ্বাৰত গৈয়া ৰহিলেক ব্যাপি ॥৪৯৮
সাত্যকি বদতি সবে আতে থাকা ৰই।
কৃষ্ণৰ আগত মই জনাই আসো গই ॥
এহি বুলি সাত্যকিয়ে শীঘ্র বেগে গৈলা।
কৃষ্ণৰ আগত কথা কহিবাক লৈলা ॥৪৯৯
শুনা শুনা দণ্ডা দোৰ্য্যোধন দুৰাচাৰ।
একোয়ে প্রকাৰে মন সুবুদ্ধয় তাৰ ॥

দোৰ্য্যোধনে আলোচয় একেশ্বৰে পাই।
বন্দী কৰি তোমাক থৈবেক এহি ঠাই ॥৫০০
মাধৱ বদতি কোনে ধৰিবেক মোক।
অকাৰণে সাত্যকি মনত কৰা শোক ॥
কেন মতে ধৰে মোক একেশ্বৰে পাই।
সভামাজে ৰহি তুমি থাকা ৰঙ্গ চাই ॥৫০১
হেন শুনি উঠিলা সাত্যকি ধনুৰ্দ্ধৰ।
ধৃতৰাষ্ট্ৰ ৰাজাত কহিলা নিৰন্তৰ ॥
শুনা ধৃতৰাষ্ট্ৰ ৰাজা বচন আমাৰ ॥
পৰম দুৰ্জ্জন দোৰ্য্যোধন দুৰাচাৰ ॥৫০২
তাহাৰ আলোচ গই শুনা মন কৰি।
বন্দী কৰিবাক খোজে মাধৱক ধৰি ॥
যেন মহা মূঢ়মতি চৱাল সকলে।
অগনিক বান্ধি লই বস্ত্ৰৰ আঞ্চলে ॥৫০৩
নতু অগ্নি আনন্তে বসন পোৰা যাই।
দুৰাচাৰ পাপিষ্ঠ তাহাৰ সেহি নই ॥
সাত্যকিৰ মুখে ধৃতৰাষ্ট্ৰে বাৰ্ত্তা পাই।
তেতিক্ষণে পাঞ্চিলেক বিদুৰক চাই ॥৫০৪
দুৰাচাৰ পুত্ৰ মোৰ আছে কোন থান।
কৰ্ণ দুঃশাসন যে শকুনি সমে আন ॥

শুনিয়া বিদুৰে গৈলা আনিবাক মনে।
কাচি পাৰি আপুনি আসয় দোৰ্য্যোধনে ॥৫০৫
অৰ্দ্ধেক পথক গৈয়া লাগ পাইলা তাক।
পুনৰপি লগে যাই পাইলন্ত সভাক ॥
যাক যৈত পাঞ্চি আছে দোৰ্যোধন ৰাই।
দ্বাৰ ৰাখি ৰহিলেক সসৈন্যে যন্তাই ॥৫০৬
পুবত ৰহিলা কৰ্ণ চাপি সমদলে।
দক্ষিণত ৰৈলা দুঃশাসন মহাবলে ॥
পশ্চিমত শকুনি উত্তৰে ভগদত্ত।
মৰস্তেয়ো নেৰিবাহা ৰাজাৰ সম্মত ॥৫০৭
মধ্য থানে ৰহিলেক দোৰ্যোধন ৰাই।
ধৰিবাক প্ৰতি মাধৱক বাট চাই ॥
পাছ হুইয়া ৰহিলেক কতো ৰাজগণ।
সেহিবেলা ধৃতৰাষ্ট্ৰ বুলিলা বচন ॥৫০৮
শুন অৰে পাপীষ্ঠ দুৰ্ম্মতি দোৰ্যোধন।
এনয় কুমতি তোক দিলে কোন জন ॥
যেন আতি মূঢ় মতি চণ্ডাল সকলে।
আকাশৰ চন্দ্ৰক ধৰিবে হাত মেলে ॥৫০৯
প্ৰচণ্ড বায়ুক যেন মহা মূঢ় মতি।
তাক ৰাখিবাক খোজে দুই বাহু পাতি ॥

সেহিমতে দেখো আজি তোহোৰ সহাই।
কৃষ্ণক ধৰন্তে সবান্ধৱে নাশ হুই ॥৫১০
পিতৃ হুইয়া বাপু তোৰ ধৰো চৰণত।
কৃষ্ণক ধৰিবে বুদ্ধি নলৈবি মনত ॥
বিদুৰে বোলন্ত বাপ কহন্তে পাগল।
যাক যুদ্ধে নপাৰিলা দেৱাসুৰ বল ॥৫১১
তিনিয়ো ভুবন থাকে যাৰ উদৰত।
ইকি দুৰাচাৰে তাঙ্ক ধৰিবে শকত ॥
মহাদেৱ সহিতে হাৰিলে বানাসুৰ।
সবান্ধৱে কংসক পেশিলে যমপুৰ ॥৫১২
মধুকৈটভক যিটো বধিলা সমৰে।
তাক কি পাপীষ্ঠে আৰো বধিবাক পাৰে ॥
বিশেষত দূতক ধৰিলে লাজ পাই।
ইটো দোৰ্য্যোধনৰ তথাপি লাজ নাই ॥৫১৩
দোৰ্য্যোধনে বোলে অৰে শুন দাসী সুত।
কাত গহে এতমান নিন্দস বহুত ॥
সৰ্ব্বদাই কৃষ্ণক বাখান পুৰ্ব্বাপৰ।
মই নতু দেখো ইটো বীৰত্ব কৃষ্ণৰ ॥৫১৪
জৰাসন্ধ ভয়ে সাগৰত লৈলা ঠাই।
কাল যৱনক ভয়ে বিভঙ্গে পলাই ॥

তুহি ৰাজবংশি সিংহাসন ছত্ৰধাৰি।
থাটনীয়া আছিলেক পৰম নিকাৰি ॥৫১৫
কুটুম্ব সম্বন্ধে আমি দিলো ৰাজ্য খান।
সিংহাসন ছত্ৰ দিয়া কৰিলো সম্মান ॥
তাৰ উপকাৰ কৰে বৰ পাইলে লাই।
পাণ্ডৱৰ আদেশক কহে মোৰ ঠাই ॥৫১৬
যত দেখ মানে তভো তুহিকা আমাৰ।
বেঢ়ি ধৰ কৰ্ণ তই কি যা চাপ আৰ ॥
নৃপতিৰ আদেশ প্ৰচণ্ড বোল পাই।
ৰাজাগণ সসৈন্যে উঠিলা গিৰিসাই ॥৫১৭
ধৰ ধৰ বুলি সবে একে লগে চাপি।
চতুৰ্দ্দিশি খেদি যাই সমাজ বিয়াপি ॥
হাতে নাগপাশ লই বান্ধিবাক মনে।
কৃষ্ণৰ সমীপ গই পাইলা তেতিক্ষণে ॥৫১৮
দেখি কৃষ্ণে উঠি পাছে অল্পকৰি হাসি।
দিব্যৰূপ ধৰিলন্ত সমাজ প্ৰকাশি ॥
পীতবস্ত্ৰ বনমালা কৃষ্ণৰ স্বৰূপ।
সকলে সমাজ ভৈলা চতুৰ্ভুজ ৰূপ ॥৫১৯
ধৰিবাক লাগি চাৱে নয়ন নিৰেখি।
যেই ভিতি চাৱে সবে কৃষ্ণময় দেখি ॥

কৃষ্ণক নিচিনি সবে বিয়ামোহ ভৈলা।
তই কোন কৃষ্ণ বুলি পুছিবাক লৈলা ॥৫২০
এহি কৃষ্ণ বুলি হাস্ফুলিয়া কতো জন।
সাবটি ধৰিয়া বোলে কোৱাঁ তই কোন ॥
মাত বুজি বোলৈ ককাই মই তোৰ ভাই।
নাবান্ধা নাবান্ধা মোক মেলিয়ো ককাই ॥৫২১
এহি মতে হুল স্থুল আন্দোল মিলিল।
দুই দণ্ডমানে কেহো কাকো নিচিনিল ॥
কৃষ্ণক নোৱাৰি সবে বল বুদ্ধি ঘাটি।
ৰাজাগণো আসনত বসিলা পালতি ॥৫২২
দোর্য্যোধনে বোলে মাধৱৰ দিন ভাল।
মায়া কৰি ছদ্মৰূপে পলাইলা গোপাল ॥
হেন অদভুত মায়া নতু দেখি শুনি।
কাকো কেৱে নিচিনিয় আপোন আপুনি ॥৫২৩
এহি মতে আছিলেক অসন্তোষ কৰি।
সেহি বেলা নিজ ৰূপ ধৰি লক্ষ্ম হৰি ॥
গুচিল সবাৰে ৰূপ চিনাচিনি ভৈলা।
পাছে কৃষ্ণে তাসম্বাক মাতিবাক লৈলা ॥৫২৪
শুন অৰে পাপী দুৰাচাৰ দোর্য্যোধন।
একেশ্বৰ দেখি মোক ধৰিবাক মন ॥

কাকো লগে নেদেখি মনত অনুৰাগ।
খানিতকে বহ সবান্ধৱে পাইবি লাগ ॥৫২৫
দেখি দোৰ্য্যোধনে পুনৰপি বোলে ধৰ।
শুনি ৰাজাগণে উঠিলেক আসনৰ ॥
ধৰিবাক লাগি সবে কাচি পাৰি যাই।
হেন দেখি হাসি তুলিলন্ত যদুৰাই।৫২৬
হৃদয়ত কোপ মুখে হাসি বিতোপন।
কাঠ হাসি হাসিলন্ত দেৱকী নন্দন ॥
কৌৰৱক কোপে কৃষ্ণ অন্তক সাক্ষাত।
প্ৰথমতে কপালতে ব্ৰহ্মা ভৈলা জাত ॥৫২৭
হৃদয়ত হন্তে একাদশ ৰুদ্ৰগণ।
কৌৰবক কোপমনে গৰ্জ্জন্ত সঘন ॥
দুই বাহুহন্তে দশ দিকপাল ভৈল।
কৌৰবক চাই কোপে গৰ্জ্জিবাক লৈল ॥৫ ৮
নিজ ৰথে চৰি পাণ্ডৱ পাঞ্চ ভাই।
চাপন্ত কোটি যাদব েকত সেই ঠাই ॥
মাধবৰ সখি ধনঞ্জয় মহাবল।
বামে বলোভদ্ৰ বীৰ লাঙ্গল মুষল ॥৫২৯
একাদশ ৰুদ্ৰগণে ত্ৰিশূল উচাই।
মাৰ মাৰ বুলি কৌৰবক যাই ধাই ॥

তিৰি মিৰি দেখি চক্ষু কণা যেন ভৈল।
চক্ষু থিৰ উলটি কৌৰব পলাই গৈল ॥৫৩০
প্ৰথমতে ৰাজা দুৰ্য্যোধন পলাই গৈল।
ভীষ্মৰ খাটৰ তলে পৰি লুকাই ৰৈল ॥
তথাপিতো গাৱ কাম্পে চাৱে আগ পাছে।
প্ৰচণ্ড বতাসে যেন কদলিৰ গাছে ॥৫৩১
দুঃশাসন সমে তাৰ উনশত ভাই।
গহীন গৰ্ত্তত পৰি থাকিলা লুকাই ॥
দুৱাৰ চুকত পৰি থাকিলেক কৰ্ণ।
গালে মুখে মাটি ঘষি ভৈলেক বিবৰ্ণ ॥৫৩২
শকুনি ৰহিলা মৃতকৰ বেশ ধৰি।
পেট উথসায়া আতি চক্ষু ঢেল কৰি ॥
ভগদত্ত নৃপতি আৱৰণ দিয়া মাথে।
জানু দিয়া ভুমিত পৰিলা আথে বেথে ॥৫৩৩
জয়দ্ৰথ ৰাজাৰ লাগিল বগুৱাই।
পেট উথসায়া মুখ মেলিলা ফোপাই ॥
আপোনাৰ খড়্গত আপুনি কটা যাই।
সুশৰ্ম্মাও পৰিলেক হামুখুৰি খাই ॥৫৩৪
আনো যত ৰাজাগণে পলাই বিভঙ্গে।
ভীষ্ম দ্ৰোণ বিদুৰে হাসন্ত মন ৰঙ্গে ॥

কৃষ্ণৰ ৰূপত দশো দিশে চমকিল।
হাজাৰ আদিত্য যেন লগে দেখা দিল ॥৫৩৫
প্ৰদ্যুম্নক আদি কৰি যাদব সকল।
শংখ সিংঙ্গা বাৱত মেদিণী টলবল ॥
ধনুক টঙ্কাব কৰি সমৰক জাম্পে।
পাৱৰ সন্ধানে ঘনে ঘনে ভুমি কাম্পে ॥৫৩৬
একাদশ ৰুদ্ৰগণে ত্ৰিশূল উঠাই।
প্ৰলয়ৰ মেঘে যেন মহী কম্পা যাই ॥
অৰ্জ্জুনে গাণ্ডীব ধনু টঙ্কাৰ কৰিল।
দশো দিশ পুৰিল সাগৰো খলকিল ॥৫৩৭
কৌৰৱক ক্ৰোধত যুৰিলা পাশুপত।
সুৰাসুৰ দৈত দানৱৰ গৈল হত ॥
মেৰু গিৰি লৰিলেক যত গিৰি বৰ।
মহা ভয়ে খলকিল সপত সাগৰ ॥৫৩৮
পথ এৰি উজনিক বহে নদনদী।
পাশুপত অস্ত্ৰবীৰে ধৰিলেক যদি ॥
বলোভদ্ৰে হস্তিনা পুৰক ধৰি বলে।
সমুদ্ৰক টানি নেন্ত উভাৰি লাঙ্গলে ॥৫৩৯
মধ্য সিংহাসনে নিজ ৰূপে ভগৱন্ত।
ধৃতি পুষ্টি কান্তি লক্ষ্মী সমে উপাসন্ত ॥

শঙ্খ চক্র গদা পদ্ম আদি অস্ত্রগণে।
মুৰ্ত্তি ধৰি উপাসন্ত কৃষ্ণৰ চৰণে ॥৫৪০
দিব্য অলৌকিক ৰূপে জ্যোতির্ম্ময় ভৈল।
চক্ষু চেপি উলটি কৌৰৱ পলাই গৈল ॥
যিবা যৈত আছিল পৰিল সেহি থানে।
সিটো মাধৱৰ ৰূপ নেদেখিলে আনে ॥৫৪১
নেদেখিলে আনো ৰাজাগণ সামৰাজে।
মহাভক্ত শিষ্ট সাধু চাৰিজন বাজে ॥
ভীষ্ম দ্ৰোণ বিদুৰ যে সঞ্জয় মহন্তে।
এহি চাৰি সিটো ৰূপ দেখিলা সাম্প্ৰতে ॥৫৪২
চাৰিকো দিলন্ত কৃষ্ণে দিব্য চক্ষু দান।
আৰো সপ্ত ঋষিগণে দেখি বিদ্যমান ॥
শুভ শুভ বুলি ৰঙ্গে আদৰিত মনে।
পুষ্প বৃষ্টি কৰিলেক সপ্ত ঋষিগণে ॥৫৪৩
কৃষ্ণৰ চৰণে মোৰ দৃঢ় মতি হৌক।
ভাৰতৰ পদ সব লোকে শুনিয়োক ॥
কহে ৰাম সৰস্বতী এৰি আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥৫৪৪



পাদ।

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
সহিলন্ত কৃষ্ণে কৌৰবৰ দোষ চয়॥
পাণ্ডৱৰ হাতে সবে মৰাইবাক মনে।
কাটিবাক পাৰিয়ো ক্ষেমিলা নাৰায়ণে॥৫৪৫
এহিমতে আছিলন্ত ঘটি তিনি চাৰি।
পাছে নিজ ৰূপ এৰিলন্ত দেৱ হৰি॥
গুচিলেক সবে মায়া একেশ্বৰ ভৈল।
মহাকোপে কৌৰৱক বুলিবাক লৈল॥৫৪৬
শুন অৰে দোৰ্য্যোধন তোৰ লাজ নাই।
আমাক নধৰি কেনে আছস পলাই॥
নকাটিলো মই তোক কাটিবাক পাৰি।
ভীম ধনঞ্জয় দুইৰ অঙ্গীকাৰ স্মৰি॥৫৪৭
এহি বুলি আসনৰ উঠিলন্ত হৰি।
ভীষ্ম দ্ৰোণ বিদুৰক বচনে সাদৰি॥
কৃতবৰ্ম্মা সাত্যকীক ধৰিলন্ত হাতে।
নিজ ৰথে চড়ি চলি গৈলা জগন্নাথে॥৫৪৮
বিদুৰৰ গৃহে গৈয়া প্ৰবেশিলা হৰি।
বিদায় কৰিলা কুন্তীক নমস্কাৰ কৰি॥

কুন্তীয়ো পুত্ৰক প্ৰতি দিলন্ত সন্দেশ।
আগ বঢ়াই কৃষ্ণক থৈলন্ত মহা স্নেহ ॥৫৪৯
কৃষ্ণক দেখিবে মনে সঙ্গে বিপ্ৰগণ।
আগবাঢ়ি আসিলন্ত ৰাধাসুত কৰ্ণ ॥
কৃষ্ণৰ পাৱত গই কৰি নমস্কাৰ।
কৰ্ণে বোলে দোষ প্ৰভু ক্ষেমিবা আমাৰ ॥৫৫০
হেন শুনি অল্প কৰি হাসিলন্ত হৰি।
নিজ ৰথে তুলিলা কৰ্ণক হাতে ধৰি ॥
চাহিয়াছে নগৰৰ নৰ নাৰী গণ।
ৰথ ডাকি চলি গৈলা দৈৱকী নন্দন ॥৫৫১
কৃতবৰ্ম্মা সাত্যকি সহিতে যত বীৰ।
কৃষ্ণৰ লগতে চলি গৈলা ধীৰে ধীৰ ॥
এহিমতে চলি যান্ত দৈৱকী নন্দন।
কৰ্ণক সম্বুধি পাছে বুলিলা বচন ॥৫৫২
শুনা শুনা কৰ্ণ তুমি বচন আমাৰ।
আপোনা আপুনি কেনে নকৰা বিচাৰ ॥
মহাবীৰ তুমি আদিত্যৰ নিজ পুত্ৰ।
যাৰ ভৰে নামি আছে পৃথিবী বহুত ॥৫৫৩
হেনয় তোমাক কুৰু সমাজত কহে।
সাৰথিৰ পুত্ৰ বোলে ইকি পাৰে সহে ॥

মহাৰাজ। কুলবধূ গুণাকৰ গুণে।
হেনয় কুন্তীত জন্ম লভিলা আপোনে।৫৫৪
সৰে এহিলোকে ৰাধাসুত বুলি কহে।
হেন শুনি তোমাৰ পৰাণ কেনে সহে॥
নতু শুনা ইটো তুমি সংক্ষেপ কাহিনী।
কুন্তীৰ গৰ্ভত জন্ম লভিছা আপুনি॥৫৫৫
আপোনাৰ জন্মৰ সংক্ষেপ বাৰ্ত্তা পাই।
কি কাৰণে আছা এবে কৌৰৱৰ ঠাই॥
পৰগৃহে পিন্ধে যদি সুবৰ্ণ কঙ্কণ।
তথাপিতো ধিক তাৰ নিষ্ফল জীৱন॥৫৫৬
আপোন মাতৃৰ ঘৰে ভিক্ষা মাগি খাই।
তথাপিতো লাজ নাই আপোন বৰাই॥
যদি পিতৃ মাতৃ তুল্য তোলে চিৰকাল।
তথাপিতো পৰৰ গৃহত নোহে ভাল॥৫৫৭
পৰগৃহে দুঃখ অপমান নিৰন্তৰ।
মনে গুণি আমাত লয়োক পটন্তৰ॥
পিতৃ নিয়া আমাক থৈলেক গকুলত।
শুনিয়ো নন্দৰ গৃহে মোৰ দুঃখ যত॥৫৫৮
আপুনি যশোদা যে আমাক পুত্ৰ পাই।
নকৰিলে দায়া অনুবন্ধ কিছু নাই॥

পৰৰ পুত্ৰত কিবা পাে কৰে শোক।
পঞ্চ বৎছৰতে ধেনু চৰাইলেক মোক ॥৫৫৯
কতেক কহিবো মই যাতনা দোৰ্ঘোৰ।
গোপীগণে বেঢ়িয়া ধৰিলে দধি-চোৰ ॥
তথাপি নেৰাইলো মই লৰৰি পলাই।
ধৰি আনি আমাক বান্ধিলা পাছে আই ॥৫৬০
গৰু পঘা আনি দিলা গোৱালী সকলে।
উডুখলে বান্ধিলেক শৰীৰৰ বলে ॥
মহা দুষ্ট সকল গোৱাল যত যত।
অপযশ দিলে নাৰী গণৰ লগত ॥৫৬১
আপোনাৰ নাৰীক আমাৰ লগে বোলে।
শুনিলেক পিতৃ মাতৃ গিয়াতি সকলে ॥
কেহোজনে ভাল বোলে কেহো বোলে মন্দ।
কোনো কোনো গোৱালে আমাক কৰে দন্দ ॥৫৬২
এহি কথা শুনিয়া পৰম লাজ ভৈলো।
পাছে ৰোষ কৰি মই মথুৰাক গৈলো ॥
তথাপি দুর্জ্জন আতি মোৰ প্ৰাণ বৈৰী।
পিতৃ গৃহে গৈলো কংস মাতুলক মাৰি ॥৫৬৩
তাসম্বাৰ আদৰত আছো এত কাল।
উগ্ৰসেন ৰাজাক পাতিলো মহীপাল ॥

হেন জানি আমাৰ বচনে মহাবীৰ।
এতিক্ষণে চলা যুধিষ্ঠিৰৰ মন্দিৰ ॥৫৬৪
কুন্তীৰ প্ৰথম পুত্ৰ বৰ পাণ্ডৱৰ।
শুনিবন্ত যুধিষ্ঠিৰ মুখত আমাৰ ॥
যুধিষ্ঠিৰে শুনি হেন বচন আমাৰ।
আগবাঢ়ি তোমাক কৰিবে নমস্কাৰ ॥৫৬৫
যুধিষ্ঠিৰ চাৰি ভাই সহিতে তোমাক।
ৰাজা পাতি অনেক বুলিবে প্ৰিয়বাক ॥
কৰ্ণে বোলে প্ৰভু ভাল বুলিলা আপুনি।
ইটো কথা আমাৰ মনত আছো গুণি ॥৫৬৬
দোৰ্য্যোধন সহিতে আলোচি বিপৰীত।
যত দুঃখ পাণ্ডৱক দিলে প্ৰতি নিত ॥
দোৰ্য্যোধন নাম মাত্ৰ মই মূল ঘাই।
পাণ্ডৱক কৰিয়াছো যতেক বিলাই ॥৫৬৭
যত মোৰ বয়স মনত পৰে ভাল।
পাণ্ডৱৰ হিংসাত গৈলেক এত কাল ॥
সভা মাজে দ্ৰোপদীৰ স্মৰি বিলাই।
কোন মুখে যাইবো মই পাণ্ডৱৰ ঠাই ॥৫৬৮
আৰো তেসম্বৰ ৰাজ্য হুইবো মহীপাল।
আতকৰি প্ৰভু মোৰ মৰণ সে ভাল ॥

কুন্তীৰ আমাক স্নেহ নাই অনুৰাগে ।
মৰিল বুলিয়া মোক এৰি আছে আগে ॥৫৬৯
কুন্তী উপাজিলে প্ৰাণ দিলে ৰাধা আই ।
অঙ্গীকাৰ কৰি আছো কৌৰৱৰ ঠাই ॥
হুই নুই প্ৰভু তুমি গুণি চোৱা আগে ।
পাণ্ডৱে সহিতে দন্দ ইজন্মে নভাগে ॥৫৭০
কৰযোৰ কৰি মাতে কৰ্ণ বীৰবৰ ।
ক্ষমা কৰা প্ৰভু মোক নোবোঁলা বিস্তৰ ॥
এহিবুলি কৰ্ণ নামি ৰহিলা তথাতে ।
ৰথ ডাকি মাধৱ গৈলন্ত ৰাজপথে ।৫৭১
পালটি আসিলা যদি ৰাধাৰ নন্দন ।
ৰথ ডাকি চলি গৈলা দৈৱকী নন্দন ॥
বৃকস্থল গ্ৰাম বাসী প্ৰজা যত যত ।
আগবাঢ়ি বাৰ্ত্তা পুছে কৃষ্ণৰ আগত ॥৫৭২
মাধৱৰ আগে বাৰ্ত্তা সোধে সবে বেঢ়ি ।
পাণ্ডৱৰ ৰাজ্যক কৌৰৱে দিলে এৰি ॥
সময়স্তি কৰিলাহা কুৰু পাণ্ডৱৰ ।
কিনো ৰঙ্গ ভৈল আজি আমাৰ মনৰ ॥৫৭৩
একে বংশে জাত সবে কুৰু পাণ্ডু গণ ।
একে গাছ বৃক্ষ যেন পৰম শোভন ॥

তাতে কর্ণ শকুনি ভৈলেক কৰৱত।
বৃক্ষ কুরু পাণ্ডৱৰ ফালিলে মাজত ॥৫৭৪
তুমি আজি সবাকে কৰিলা একথান।
আত পৰে মাধৱ আনন্দ নাহি আন ॥
শুনি হৰি অল্প কৰি মাতিলন্ত চাই।
অল্প কৰি মাতিলা গম্ভীৰ অভিপ্রায় ॥৫৭৫
কুরু পাণ্ডৱৰ সময়ন্তি ভৈল যত।
অল্প কালে তোমাসাত হইবে বেকত ॥
এহিবুলি ৰথ ডাকি চলিলন্ত হৰি।
গধুলি বেলাত পাইলা বিৰাট নগৰী ॥৫৭৬
বৈসম্পায়ণ বদতি শুনিয়ো নৰেশ্বৰ।
কৃষ্ণ আসিবাৰ কথা শুনি যুধিষ্ঠিৰ ॥
সসৈন্যে সহিতে সমদলে পাঞ্চোভাই।
আগবাঢ়ি গৈল আনন্দৰ সীমা নাই ॥৫৭৭
আসন্ত নৃপতি কৃষ্ণে দেখিয়া পথত।
ৰথহন্তে নামি প্রণামিলা চৰণত ॥
যুধিষ্ঠিৰে আঙ্কোয়ালি ধৰি হৃদয়ত।
পৰম সন্তোষ ভৈল বাক্য গদ গদ ॥৫৭৮
প্রেমে পুলকিত তিনি তাপ ভৈল হত।
যেন ক্ষুদ্র নদী সব পৰে সমুদ্রত ॥

ভীমেও কৃষ্ণক পাই ধৰি দুই হাতে।
মহা স্নেহে সাবতি ধৰিলা আথে বেথে ॥৫৭৯
যেন পতিব্রতা নাৰী প্রিয় স্বামী সঙ্গ।
প্রতিক্ষণে আনন্দ মনত মিলে ৰঙ্গ ॥
সেইমতে কৃষ্ণক ভীমেও লাগ পাই।
কতো দুৰ মানে ধৰি নিলে আলগাই ॥৫৮০
অনন্তৰে কৃষ্ণক অৰ্জ্জুনে আলিঙ্গিল।
অৰ্জ্জুনকো নাৰায়ণে আলিঙ্গি ধৰিল ॥
নকুল সহদেব দুই নমিলা কৃষ্ণক।
মাধবেয়ো আলিঙ্গি ধৰিলা দুহাস্তক ॥৫৮১
সিবেলাত তথাত যতেক ৰাজা গণ।
মাধৱক নমিলেক কুতুহল মন ॥
এহিমতে সভামাজে বসিলন্ত হৰি।
বসিলা পাণ্ডৱ গণ কৃষ্ণক আবৰি ॥৫৮২
মাধৱক বেঢ়ি চতুৰ্দ্দিশে বীৰগণ।
নিচুকি থাকিলা কেৱে নুবুলি বচন ॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
যুধিষ্ঠিৰে কৃষ্ণক মাতিলা ধীৰে ধীৰ ॥৫৮৩
যুধিষ্ঠিৰ বদতি শুনিয়ো দামোদৰ।
তব দৰশনে মোৰ কৌতুক বিস্তৰ ॥

চিৰকালে বৃদ্ধ নৃপতিৰ বাৰ্ত্তা পাইলো।
তোমাক দেখন্তে যেন মাৱক দেখিলো ॥৫৮৪
কুশলে কি আছে ধৃতৰাষ্ট্ৰ নৃপবৰ।
দোৰ্য্যোধন কুশল শতেক ধনুৰ্দ্ধৰ ॥
ভীষ্ম পিতামহ বৃদ্ধ বাহ্লীক নৃপতি।
কুশলে কি আছে যুযুৎসেন মহামতি ॥৫৮৫
কৃপ কৃতবৰ্ম্মা অশ্বত্থামা মহাবীৰ।
শকুনি কুশল যাৰ কপট শৰীৰ ॥
কুশলে কি আছে সোমদত্ত মহাৰথ।
নাৰীগণ কুশলে কি আছয় সমস্ত ॥৫৮৬
গান্ধাৰী কুশলে আছে পতিব্ৰতা মাৱ।
বন্ধুগণ কুশলে কি আছে ঠাৱে ঠাৱ ॥
ভ্ৰাতৃ সুত ভাগিন মাতুল পুত্ৰ চয়।
দাসগণ আমাঠেৰ কুশলে আছয় ॥৫৮৭
যথা অশ্বত্থামা থাকে দ্ৰোণৰ তনয়।
সি দেশৰ কুশলক নাহিকে সংশয় ॥
ব্ৰাহ্মণক দান দেন্ত সম্প্ৰতি কি বাঢ়ি।
আমি যাক দিলো তাক কিনা লৈলে কাঢ়ি ৫৮৮
পিতা পুত্ৰ ব্ৰাহ্মণৰ দোষ ক্ষমা কৰে।
ব্ৰাহ্মণক পূজা ৰাজা কৰে কি নকৰে ॥

বিধি স্রজি আছে ব্রাহ্মণৰ শুদ্ধ কায় ।
যাৰ পৰিতোষে ধৰ্ম্ম অৰ্থ মোক্ষ পায় ॥৫৮৯
কিবা পাণ্ডুৱক মন্দ বোলে কুৰুগণে ।
কিবা ভাল বোলে প্ৰভু কহিয়ো এখনে ॥
যিটো মোৰ প্ৰিয় ভাই বাসৱৰ সুত ।
যাৰ বল দেখি হৰে পূজিলা বহুত ॥৫৯০
গাণ্ডীৱ টঙ্কাৰ মেঘ গৰ্জ্জনক সৰি ।
হেন ধনঞ্জয়ক কি প্ৰশংসে কুৰু বৌৰি ॥
মত্তগজ সহস্ৰৰ বল বৃকোদৰ ।
বলে পৰাক্ৰমে যেন যম সমশৰ ॥৫৯১
যাক ভয় সততে নছাৰে দোৰ্য্যোধন ।
হেন ভীমসেনক স্মৰন্ত কুৰুগণ ॥
মাদ্ৰীৰ তনয় সহদেৱ মহাবল ।
কলিঙ্গ দেশক যিটো জিনিলে সকল ৫৯২
সুবলিত সহদেৱ যাহাৰ বচন ।
বৃদ্ধগণে আদৰ কৰন্ত অনুক্ষণ ॥
ত্ৰিশূল সদৃশ যাৰ এক এক শৰ ।
দাৰুণ যুদ্ধত ধনঞ্জয় পটন্তৰ ॥৫৯৩
যাক স্নেহ সততে নছাৰে মোৰ মনে ।
হেন সহদেৱক স্মৰন্ত কুৰুগণে ॥

ধৃতৰাষ্ট্ৰ পিতা মোৰ গান্ধাৰিণী আই।
পিতামহ ভীষ্ম আৰো বিদুৰ খুৰাই ॥৫৯৪
পৰোক্ষত এহি চাৰি মোক কি বুলিল।
কিবা দোৰ্য্যোধনে কিবা মোক প্ৰসংশিল ॥
যাক স্মৰি মনৰ সুগুছে দুঃখ শোক।
কুন্তীমাৱে কি বুলিল তাক কহিয়োক ॥৫৯৫
পাণ্ডুৱৰ অৰ্দ্ধ ৰাজ্য খুজিবাক প্ৰতি।
কৌৰৱৰ পাশে তুমি গৈলা যদুপতি ॥
সিকাৰ্য্য সিজিল প্ৰভু তোমাৰ প্ৰসাদে।
কৌৰৱে কি আমাক দিলেক ৰাজ্য আদে ॥৫৯৬
সিটো দোৰ্য্যোধনৰ মহত্ত্ব অদভুত।
মোক ৰাজ্য নেদিবাক প্ৰতিজ্ঞা বহুত ॥
গুৰু পুৰোহিতৰ আগত বাৰম্বাৰ।
মোক ৰাজ্য নেদিবাক প্ৰতিজ্ঞা তাহাৰ ॥৫৯৭
সঞ্জয়ৰ আগত কহিছা এহি খানি।
কৰ্ণ ভৰি আপুনি শুনিছা চক্ৰপাণি ॥
দুৰাচাৰ পাপীষ্ঠ দুৰ্ম্মতি দোৰ্য্যোধন।
সিকি ৰাজ্য দিলে প্ৰভু তোমাৰ বচন ॥
তোমাৰ প্ৰসাদে দুয়ো ঘৰে এক ঠাই।
ইটো তযু উপকাৰ সুজন নযাই ॥

কৌৰৱ পাণ্ডৱ পঞ্চাধিক ভাই শত।
একেলগে সবেয়ো বসিবো একসত ॥৫৯৯
নানাবিধ উপহাস কুতুহল সহ।
দেখি ৰঙ্গ কৰিবন্ত ভীষ্ম পিতামহ ॥
ধৃতৰাষ্ট্ৰ পিতা মোৰ গান্ধাৰিণী আই।
পিতামহ ভীষ্ম দ্ৰোণ বিদুৰ খুৰাই ॥৬০০
আনো জাতি সমে ৰঙ্গ কৰিবে বিস্তাৰ।
দুৰাচাৰ পাপী কৰ্ণ শকুনিত পৰ ॥
তোমাৰ প্ৰসাদে প্ৰভু সিদ্ধি মনোৰথ।
সবে বন্ধু বান্ধৱক দেখিবো সতত ॥৬০১
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
এহি বুলি যুধিষ্ঠিৰ কৌতুক বিস্তৰ ॥
আনন্দৰ সীমা নাই প্ৰসন্ন বদন।
মাধবৰ মুখক চাহন্তে ঘনে ঘন ॥৬০২
শুনি হৰি অল্প কৰি মাতিলন্ত পাছে।
চৌপাশে আবৰি ৰাজাগণে শুনি আছে ॥
শুনা দদা যুধিষ্ঠিৰ কহোঁ মই সাৰ।
তিনি বিধ প্ৰাণী দেখা সকলে সংসাৰ ॥৬০৩
সত্ব ৰজ তম প্ৰকৃতিৰ তিনি গুণে।
তিনি গুণে সবাহাৰ মতি ভিন্নে ভিন্নে ॥

তম গুণে জগতক দেখি বৈৰ ভাব।
ৰজো গুণে মহাদৰ্প দম্ভিক স্বভাব ॥৬০৪
সত্ব গুণে শুদ্ধ আতি পবিত্র পৰম।
তিনিয়ো জগত সিটো দেখি মিত্র সম ॥
এতেকতে দদা তুমি সাত্বিক স্বভাব।
কৌৰবক দেখা তুমি সুহৃদ বান্ধব ॥৬০৫
তমো গুণে উপজিল ৰাজ্য দোৰ্য্যোধনে।
তিনিয়ো জগত ভাল নমানয় মনে ॥
আপোনাৰ মতি যেন উপমা কৰই।
জগতকে শত্রু মিত্র ভেহুয় দেখয় ॥৬০৬
আক বাৰ্ত্তা কহো দদা শুনা সাৱধানে।
যি দিনাত যাত্রা দিয়া পঠাইলা আপোনে ॥
সি দিনাত পাইলো বৃকস্থল নামে গ্ৰাম।
তাতে ৰহি সিদিনাত কৰিলো বিশ্রাম ॥৬০৭
প্রভাততে গৈলো কুৰু নৃপতিৰ পুৰি।
হস্তিনা পুৰক তব আজ্ঞা শিৰে ধৰি ॥
ভীষ্ম আদি কৰি কুৰু বৃদ্ধ নিৰন্তৰ।
আগ বাঢ়ি নিয়া মোক কৰিলা সাদৰ ॥৬০৮
সিদিনা ৰহিলো মই বিদুৰৰ ঘৰে।
কুন্তী পেসী সহিতে কথাতে উজাগৰে ॥

কুন্তী পেসী তোমাক আমাক স্নেহ ভাৱে।
মহা দুঃখে আছন্ত দণ্ডেক যুগ যাৱে ॥৬০৯
হেন দেখি মোৰ মনে ভৈল মহা ভীত।
প্ৰভাততে উঠি মই বিদুৰে সহিত ॥
দুন্দুভি বজাৱে কৌৰৱৰ সভা চানি।
ধুম্ভুৰি মহৰি ভেৰি নানা ৰোল শুনি ॥৬১০
কৃতবৰ্ম্মা সাত্যকিক দুইক লগে লই।
প্ৰভাততে সভা মাজে প্ৰবেশিলো গই ॥
শুনি ধৃতৰাষ্ট্ৰ ৰাজা কৰিলন্ত মান।
উচ্ছ সিংহাসন দিলা বসিবাৰ থান ॥৬১১
সিবেলাত তব যত আজ্ঞা নিৰন্তৰ।
সকলে কহিলো কুৰু সভাৰ ভিতৰ ॥
শুনি মহা ভয় ভৈল কুৰু বৃদ্ধ গণ।
ধৃতৰাষ্ট্ৰ নৃপতিৰ ৰাজ্য দিবে মন ॥৬১২
গান্ধাৰিৰো ৰঙ্গ দেখিয়াছে সাম ৰাজে।
একে পাপী দোৰ্য্যোধন নৃপতিত বাজে ॥
দেখি সপ্ত ঋষিগণে বুলিলন্ত তাক।
ভীষ্মে বুলিলন্ত তান নুশুনিলে হাক ॥৬১৩
দ্ৰোণে বুলিলন্ত আৰু বিদুৰে বুলিল।
তাসম্বাৰ বাক্যে অৰো অধিক জলিল ॥

পাছে দোৰ্য্যোধনে কৰিলেক অঙ্গিকাৰ।
সভা মাজে আমাক গৰ্জ্জিল বাৰম্বাৰ ॥৬১৪
সুচি অগে যত ভূমি পাৰে ভেদিবাক।
সিয়ো মানে ৰাজ্য দদা নেদয় তোমাক ॥
হেন জানি দদা তুমি আমাৰ বচনে।
সত্বৰে মিলায়ো পৃথিবীৰ ৰাজগণে ॥৬১৫
মহা ঘোৰ ৰণে সমৰক কৰা সাৰ।
কৌৰৱক মাৰি ৰাজ্য লৈয়ো আপোনাৰ ॥
কহে ৰাম সৰস্বতী এৰি আন কাম।
নিৰন্তৰ নৰে ডাকি বোলা ৰাম ৰাম ॥৬১৬

---

## ছবি।

নমো নমো নাৰায়ণ, সৃষ্টি স্থিতি উদ্ধাৰণ,
নৱ বিধ লক্ষণ যাহাৰ।
তেন্তে প্ৰভু আদি দেৱ, কৰো শত কোটি সেৱ,
জানি মোক কৰিয়ো উদ্ধাৰ ॥
মাধৱে কহিলা যত, কৌৰৱ কুলৰ তত্ত্ব,
যুধিষ্ঠিৰে শুনি নিৰন্তৰ।
দোৰ্য্যোধনে ৰাজ্য নেদে, ইহাতেসে মন খেদে,
মনে মনে গুণিলা বিস্তৰ ॥৬১৭

দ্রোপদীৰ দুঃখ বৰ, স্মৰি ৰাজা নিৰন্তৰ,
ললাটৰ হন্তে বহে ঘাম।
ভীষ্মক দ্রোণক মানি, গোত্র হত্যা মনে জানি,
যুধিষ্ঠিৰে ভৈলা উপশাম ॥
ভীমৰ ক্রোধত বৰ, চাহি আছে নিৰন্তৰ,
দুয়ো নয়নৰ নীৰ বহে।
গদা গোট ভাঙ্গিবৰ, নাদিলন্ত ভয়ঙ্কৰ,
যাৰ ছোটে পৃথিবী নসহে ॥৬১৮
গাণ্ডীৱ ধনুক ধৰি, অৰ্জ্জুনে টঙ্কাৰ কৰি,
শবদে পূৰিলা দশো দিশ।
সহদেৱ নকুলৰ, সিংহনাদ ভয়ঙ্কৰ,
সভাখান ভৈলা উস মিস ॥
এহি মতে বীৰ চয় কৰে সবে জয় জয়,
কৌৰৱক বধিবাক মন।
যুধিষ্ঠিৰ নৃপতিৰ, উৎসাহ বঢ়ায়া কৃষ্ণে,
সেহিবেলা বুলিলা বচন ॥৬১৯
ৰঘুদেব নৃপতিৰ, ৰূপৱতী পটেশ্বৰী,
তান দুই পুত্র ভৈলা জাত।
নিজ গুণে গুণাকৰ, মুকুন্দ দেৱ যে বৰ,
ছোট বলি নাৰায়ণ খ্যাত ॥

দৈব যোগে হেন ভৈল, যেন সূৰ্য্য অস্ত গৈল,
মাণিকক বিন্ধিলেক ঘূণে।
সৰ্ব্ব লোকে কৰে শোক, মুকুন্দ দেৱৰ লোক,
দেহ ধৰ্ম্ম মৰণৰ গুণে ॥৬২০
তাহান কনিষ্ঠ ভাই, ৰূপে যাক সম নাই,
ৰঘু দেৱ নৃপতিৰ সুত।
নামে বলি নাৰায়ণ, দেখি যাৰ গুণ গণ,
দ্বীজ গণে প্ৰশংসে বহুত ॥
কায়স্থ কুলৰ ধীৰ, ৰঘু দেৱ নৃপতিৰ,
নাৰায়ণ লক্ষ্মীতে প্ৰধান।
তান এক কন্যা জাত, ৰত্নমালা নামে খ্যাত
সুলক্ষণে নাহিকে সমান ॥৬২১
ৰঘুদেৱে কন্যা চাই, পুত্ৰৰ সদৃশ পাই,
বহি নাৰায়ণ তনয়ক।
বিবাহ কৰাইলা আতি, মনোহৰ সভাপতি,
দশৰথে যিমতে ৰামক ॥
ৰত্নমালা মহাদই, বলি নাৰায়ণ সমে,
প্ৰকাশিলা একত্ৰত বসি।
বন্ধুগণে জোকাৰিল, নানা বাদ্য উথলিল,
স্বৰ্গত ৰোহিনী যেন শশী ॥৬২২

পৰাক্ৰমে গুণালয়, ৰূপে যেন ধনঞ্জয়,
যাৰ যশ দশো দিশে গৈল।
ধৰ্ম্মব্ৰন্ত দেখি সাৰ, স্বৰ্গ মহাৰাজা যাৰ,
ধৰ্ম্ম নাৰায়ণ নাম থৈল ॥
আমাৰ আশীষ বৰে, যাৱচ্চন্দ্ৰ দিবাকৰে,
ধৰ্ম্ম নাৰায়ণ চিৰঞ্জীৱ।
স্বধৰ্ম্মে পালিয়ো প্ৰজা, হুয়ো এক ছত্ৰ ৰাজা,
সদা বৰ দিয়ন্তোক শিৱ ॥৬২৩
নমো নমো নাৰায়ণ, সৃষ্টি স্থিতি বিনাশন,
লীলা গতি মহিমা যাঁহাৰ।
তেন্তে প্ৰভু আদি দেৱ, কৰো শত কোটি সেৱ,
অৰুণ চৰণে বাৰে বাৰ ॥
শুনিয়োক সভাসদ, ইটো ভাৰতৰ পদ,
বঢ়া টুটা দোষ ক্ষমা কৰি।
পূটাঞ্জলি কৰি স্তুতি, বোলে ৰাম সৰশ্বতী,
সঘনে ঘুষিয়ো ৰাম হৰি ॥৬২৪

---

## পদ।

মাধব বদতি দদা শুনা যুধিষ্ঠিৰ।
মহা বলবন্ত দেখা ভয়ু যত বীৰ ॥

অনু মাত্ৰো কৌৰবক নকৰিবা ভয়।
শুনিয়োক কহো এবে তযু সেনাচয় ॥৬২৫
যাৰ থানে আছে ধনঞ্জয় বীৰ সাৰ।
ঘোৰ শৰে ইন্দ্ৰকো জিনিছে বাৰম্বাৰ ॥
দাৰুণ যুদ্ধত যাক হৰে প্ৰশংসিলা।
যাক দশ দিক পালে নিজ অস্ত্ৰ দিলা ॥৬২৬
যিটো বীৰে পাশুপত্ৰ অস্ত্ৰ আছে পাই।
হেন ধনঞ্জয় দদা তোমাৰ সহাই ॥
যিটো বীৰ দাৰুণ প্ৰচণ্ড বৃকোদৰ।
মহা ক্ৰোধ নিৰ্দ্দয়ত যত পটন্তৰ ॥৬২৭
পৰ্ব্বতো বিদৰে যাৰ চৰণ প্ৰহাৰে।
যাহাৰ প্ৰচণ্ড গতি পৃথিবী নসহে ॥
সমৰতে হস্তীয়ে ঘোটকে দলি যাৰ।
হেন বৃকোদৰ দদা সহায় তোমাৰ ॥৬২৮
নকুল সহদেব দুই দাৰুণ শকতি।
যাক ডৰে কাম্পে দোৰ্য্যোধন নৰপতি ॥
যাক ডৰে কুৰু সৈন্য গণ চমৎকাৰ।
হেন দুই বীৰ দদা সহায় তোমাৰ ॥৬২৯
অৰ্জ্জুনৰ প্ৰিয়সুত বীৰ যুযুধান।
এক অক্ষৌহিনী যাৰ সেনা আগুৱান ॥

তোমাৰ নিদানে দদা আড়ি আছে প্ৰাণ।
বজ্ৰ সম লোহাৰ কৱচ পৰিধান ॥৬৩০
প্ৰিয় ভাই আমাৰ সদৃশ মোৰ গুণে।
যাক যোদ্ধা বুলি লেখে ভীষ্ম গুৰু দ্ৰোণে ॥
একশত ৰথক একলে দেই ধাৰ।
হেনয় সাত্যকি দদা সহায় তোমাৰ ॥৬৩১
আমাকো লেখিবা দদা তোমাৰ নিমিত্তে।
সাৰথিৰ ৰূপে যাইবো অৰ্জ্জুন সহিতে ॥
বুদ্ধি বলে যিমানে অৱস্থা মোৰ কায়।
সিমান অৱস্থা ৰূপে আমিও সহায় ॥৬৩২
যদ্যাপি তাৰাৰ সম নুহিকো যুজাৰ।
তথাপিতো দদা মই সেৱক তোমাৰ ॥
দ্ৰোপদ বিৰাট আদি আনো বীৰ চয়।
তোমাৰ নিমিত্তে দদা দেহকো আড়য় ॥৬৩৩
এতেকতে দদা তুমি হেলা পৰিহৰি।
আপোনাৰ ৰাজ্য লৈয়ো কৌৰবক মাৰি ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
ৰাজাগণে কৃষ্ণৰ বচন শুনিচয় ॥৬৩৪
ৰঙ্গ ভৈলা কৌৰৱক যুজিবাক মনে।
সিংহনাদ কৰিলেক সবে বীৰ গণে ॥

সহদেব বীৰৰ হৰিষ ভৈল মন।
জানু শিৰে মাধৱৰ নমিলা চৰণ ॥৬৩৫
শুনি দ্ৰোপদীৰ আনন্দৰ সীমা নাই।
প্ৰদক্ষিণে নমিলা কৃষ্ণৰ দুই পাই ॥
পাণ্ডৱৰ কথা এবে এথনে থাকোক।
আতপৰে কৌৰৱৰ কথা শুনিয়োক ॥৬৩৬
ঋষিয়ে বোলন্ত কথা শুনা মন কৰি।
যিবেলা আসিলা কৃষ্ণে কৌৰৱক এৰি ॥
সি বেলাত সমস্ত কৌৰৱ ভৈলা ভয়।
সভামাজে ধৃতৰাষ্ট্ৰে বিলাপ কৰয় ॥৬৩৭
বিদুৰ বাহ্লিক কৃপ ভীষ্ম বিবিংশতি।
এসম্বাক ধৃতৰাষ্ট্ৰে অনাইলেক মাতি ॥
সাম্ব শল্য সুদক্ষিণ ৰাজা দোৰ্যোধন।
ধৃতৰাষ্ট্ৰ নৃপতি কৰন্ত দুঃখ মন ॥৬৩৮
পাণ্ডৱৰ মহিমা সুমৰি মনে ভয়।
দোৰ্যোধন তনয়ক গৰিহা বোলয় ॥
ইহাক স্মৰন্তে মোৰ মনে অসন্তোষ।
দোৰ্যোধনে কৃষ্ণক কৰিলা বৰ দ্ৰোহ ॥৬৩৯
দেখিবাহা অলপতে ইহাৰ তাৰ ফল।
সিংহ সম মহাবলি পাণ্ডৱ সকল ॥

দেখিয়ো বিদুৰ বাপু পাণ্ডৱ বিনীত ॥
সৰ্ব্বকালে গুৰু গৌৰৱত বৰহিত ॥৬৪০
সহিলেক কৌৰৱৰ দোষ চিৰকাল ।
তভো দোৰ্য্যোধন বাপু লগাইলে ঘঞ্চাল ॥
ক্ৰোধ বাক্য বিসৰ্জি কালত যুধিষ্ঠিৰে ।
সমৰত কুৰু কুল অৰণ্যত এৰে ॥৬৪১
সিকালত দোৰ্য্যোধন হুইবে দৰ্পহানি ।
ঘনে ঘনে স্মৰিবা কৃষ্ণৰ বাক্য খানি ॥
যিকালত ক্ৰোধে বৃকোদৰ মহাযশি ।
ক্ষুদ্ৰ কুৰু নৃপতি বোলন্ত যেন হাসি ॥৬৪২
ৰণ ভূমি নসহিব দিব ঘোৰ ৰিঙ্গ ।
ভয়াতুৰ শিশুৰ মধ্যত যেন সিংহ ॥
ঘোৰ গদা তুলি ধৰি শৰাৰৰ বলে ।
যিকালত ক্ৰোধ মনে কৌৰৱ নিস্খলে ॥৬৪৩
সিকালত দোৰ্য্যোধনে নিন্দ্ৰি সমৰত ।
গৰিহা কৰিবে মনে শকুনি কৰ্ণক ॥
যিকালতে সমৰে নকুল মহাকাই ।
সমৰক আসে ঘোৰ পৃথিবী কম্পাই ॥৬৪৪
ধনু ধৰি অৰ্দ্ধ চন্দ্ৰ শৰ এক পাতে ।
একেলগে এককোটি কৌৰৱক কাটে ॥

সি বেলাত বিদূৰৰ স্মৰিবে বচন ।
অসন্তোষ কৰিবেক ৰাজা দোৰ্য্যোধন ॥৬৪৫
শতেক ঘোটক যাৰ হৰিদ্ৰা বৰণ ।
মুখ গোট পাণ্ডুবৰ্ণ শ্যাম এক কৰ্ণ ॥
সুবৰ্ণৰ তাৰা থানে থানে আছে আড়ি ।
তাতে চৰি যদি সহদেবে দেই ধাৰি ॥৬৪৬
দেখি কুৰু সৈন্য গণে নছাপিবে কাছে ।
সহদেবে ক্ৰোধে শৰ বৰষিবে পাছে ॥
সি কালত দোৰ্য্যোধন অসন্তোষ মনে ।
শকুনিক গালি পাৰিবেক ঘনে ঘনে ॥৬৪৭
যি কালত মহাক্ৰোধে ক্ষত্ৰিয় কুমাৰ ।
কালক উপেক্ষি যেন তক্ষপাল কৰ ॥
মাতৃৰ নিকাৰ ঘোৰ স্মৰি সেহি মতে ।
বাট চাই আছা দ্ৰোপদীৰ পাঞ্চ সুতে ॥৬৪৮
ঘোৰ ধনু তুলিয়া পৰম কোপ মনে ।
কপোত যুথক যেন পাঞ্চ গোটা সেনে ॥
ফুৰি ফুৰি নিড়লিবে কুৰু সেনা গণে ।
দেখি শোক কৰিবেক পুত্ৰ দোৰ্য্যোধনে ।৬৪৯
যি বেলাত অভিমন্যু অৰ্জ্জুন কুমাৰ ।
বলে বীৰ্য্যে ৰূপে গুণে কৃষ্ণৰ আকাৰ ॥

যাৰ ক্রোধ শুনন্তে আমাৰ মনে ভীত।
ভীষ্মক দ্রোণক যিটো নকৰে ইঙ্গিত।৬৫০
বীৰ ধনঞ্জয় যাক নুহি পটন্তৰ।
ভাগিন বুলিয়া আদৰন্ত গদাধৰ॥
সিংহেও দিলেক যেন মৃগক জলক।
যি বেলাত ৰথে চৰি ধাৱে কৌৰবক॥৬৫১
যত দুঃখ দিয়া আছে কৌৰব সকল।
ঘোৰ শৰে সবাকে দিলন্ত তাৰ ফল॥
তেবে সিকালত পাপমতি দোর্যোধনে।
শকুনিক গালি পাৰিবেক দুঃখমনে॥৬৫২
যিবেলাত ধমঞ্জয় ইন্দ্রৰ কুমাৰ।
বানৰ ধ্বজক তুলি ৰথে পয়োসাৰ॥
প্রাণ সখি মাধৱে ডাকিবে চাৰি হয়।
যিবেলাত অৰ্জ্জুনে ৰণভুমি প্রবেশয়॥৬৫৩
মহাক্রোধে কৌৰব সমুদ্রে দিবে বুৰ।
সর্পচয় বিনাশয় যিমতে গৰুড॥
সেইমতে কৌৰবক বিচাৰি বিচাৰি।
যম পুৰ ভৰাইবন্ত সবাহাঙ্কে ধৰি॥৬৫৪
তেবে দোর্য্যেধনে কর্ণ শকুনিক নিন্দি।
কৃষ্ণৰ বচন সুমৰিবে কান্দি কান্দি॥

বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয় ।
এহি বুলি ধৃতৰাষ্ট্ৰ নৃপতি কান্দয় ॥৬৫৫
চাহি আছে সকল সমাজ নিৰন্তৰে ।
ভীষ্মে উঠি ৰাজাক মাতিলা ধীৰে ধীৰে ॥
হুইতো ৰাজা ক্ৰন্দন কৰস দুঃখ মনে ।
ইকথা পূৰ্ব্বত কিয় নপৰিল মনে ॥৬৫৬
যি কালত তোহোঁৰ তনয় দোৰ্য্যোধন ।
পাশা খেলিবাক লাগি কৰি আলোচন ॥
তয়ো আজ্ঞা দিলি যদি পাশা খেলিবাক ।
সিবেলাত প্ৰথমে বিদূৰে দিলে হাক ॥৬৫৭
সিকালত তব পুত্ৰ পাপিষ্ঠ কুমতি ।
অধৰ্ম্ম পাশাক পাতি শকুনি সহিতি ॥
মায়া কৰি যুধিষ্ঠিৰ ৰাজাক জিনিলা ।
সি কালত পাপী তোক দ্ৰোণে হাক দিলা ॥৬৫৮
সিবেলাত পাঞ্চপতি শাঙ্গুলৰ আগে ।
দ্ৰোপদিক ঘসাইলেক ম্নগে যেন বাঘে ॥
সিকালত ভাগৰাইলো আমিও বুজাই ।
লাভ দেখি তৈসানি তোহোৰ মন যাই ।৬৫৯
এবে শোক কৰি কিয় হোৱস আকুল ।
দোৰ্য্যোধন অনৰ্থৰ তই নিজ মূল ॥

অদ্যাপিয়ো ভাগ যদি দেশ ৰাজ্য আদ।
তেবে কি কাৰণে হবে বংশত বিবাদ ॥৬৬০
বিসদান কৰি আনো দ্রোহ যত যত।
গুণাকৰ পাণ্ডবে যে সহিলে সমস্ত ॥
ইবাৰৰ দ্রোহ পুনু সহন নযাই।
যেন কঙ্কালত কোব সৰ্পে আছে পাই ॥৬৬১
সভা মাজে যত কৰি আচস বিপত্তি।
নিতে নিতে ভীমক যে স্মৰন্তে দ্রোপদী ॥
এবে যদি বৃকোদৰে গদা ধৰি দাঙ্গি।
শতেক শৃগাল পাপী কৌৰবক লাগি ॥৬৬২
সি বেলাত তোৰা সেই পাশতিক হান।
আতপৰে উপায় নেদেখো মই আন ॥
এবে কিকাৰণে শোক কৰ তই অন্ধ।
জল বহি গৈলে কি কৰিবে সেতু বন্ধ ॥৬৬৩
নাই তোত ৰাজনীতি নজানস ধৰ্ম্ম।
সি কাৰণে পাপী তোৰ নুগুছই মৰ্ম্ম ॥
ইদানিকো ৰাজা ৰাজনীতি ধৰ্ম্ম শুনি।
শত্রু মিত্র সম হুইয়া থাকোক আপুনি ॥৬৬৪
ৰাজনীতি শুনি জান শত্রু মিত্র কোন।
কাক পৰ বুলি কাক বোলয় আপোন ॥

কাক পুত্র বুলি হিত মন্দ বোল কাক।
বিদুৰত পুছ ৰাজা ইসব কথাক ॥১৬৫
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
এহি বুলি মৌন ভৈলা গঙ্গাৰ কুমাৰ ॥
শুনি কৌতুহল ধৃতৰাষ্ট্র নৰপতি।
ৰাজনিতি পুছিলেক বিদুৰক মাতি ॥১৬৬
শুনিয়ো বিদুৰ বাপু মোৰ প্রাণ ভাই।
ৰাজ নীতি ধৰ্ম্ম বাপু কহিয়ো বুজাই ॥
হেনবা সুস্থিৰ হবে আমাৰ মনৰ।
কহিয়োক মোক ৰাজনীতি নিৰন্তৰ ॥ ৬৭
বিদুৰ বদতি কথা শুনিও শোভন।
প্রথমতে শুনা দদা ৰাজাৰ লক্ষণ ॥
মহাশান্ত শিষ্ট ৰাজা হুইবে ধৰ্ম্মমতি।
প্রজাকো বিবিধ ধৰ্ম্ম শিখাইবে সম্প্রতি ॥১৬৮
নৃপতিৰ অসত্য বোলন বৰ দোষ।
শুনি আই বসুমতী কৰে অসন্তোষ ॥
দুৰ্গম থানত পাত কৰিবে বিস্তৰ।
যিটো জন হোৱে বুদ্ধিমন্ত নৰেশ্বৰ ॥১৬৯
তাতে ধন ধান্য নিয়া থৈবেক ভৰাই।
আপদ বেলাত যেন বঞ্চিবাক পাই ॥

থানে থানে মিত্র পাতি নকৰিয়া হেলা।
সময়ত পাৰে যেন প্ৰস্তাবৰ বেলা ॥৬৭০
উচিতে লৈবেক প্ৰজা সমস্তৰ কৰ।
যেন প্ৰজাগণে দুঃখ নপাৱে বিস্তৰ ॥
বিচক্ষণ নৃপতি বিচাৰি গুণাগুণ।
জিজ্ঞাসিবে যত ভৃত্য গণৰ লক্ষণ ॥৬৭১
নিজ কাৰ্য্য সাধিবেক কতো ভৃত্য চয়।
শত্ৰু জিনিবাক লাগি ৰাজাক সেৱয় ॥
অন্যায় সন্যায় কৰে ধন উপাৰ্জ্জন।
চিনিবি সামান্য সিটো ভৃত্যৰ লক্ষণ ॥৬৭২
নৃপতিক হন্তে ঐশ্বৰ্য্যাক আশা কৰে।
গ্ৰাম ভুমি আশায়ে সেবয় যিটো নৰে ॥
লোকত ফুৰই নিজ ঐশ্বৰ্য্য দেখাই।
চিনি বেক মধ্যম সেবক মহা ৰাই ॥৬৭৩
নৃপতিত যিটো সেৱা কৰে ৰঙ্গ মনে।
পতিব্ৰতা নাৰী যেন স্বামীৰ চৰণে ॥
শত ধন পাইলে তাকো নকৰে আদৰ।
নৃপতিৰ কৰ্ম্মত প্ৰবৰ্ত্তে যিতো নৰ ॥৬৭৪
নৃপতিত বিনে পিতৃ মাতৃক নচাই।
সিজন উত্তম ভৃত্য জানা মহাৰাই ॥

যদি ভাতৃ ভাগিন বা সুহৃদ সম্প্ৰতি।
ৰাজাৰ কুশল বাঞ্চিবেক দিনে ৰাতি ॥৬৭৫
তাকে বুলি শত্ৰু যেন ৰোগ শৰীৰৰ।
যাহাক তেজিলে সুখে থাকে কলেৱৰ ॥
যদ্যাপি পৰৰ পুত্ৰ মহা উপকাৰী।
কায় বাক্য মনে যিটো হিতক আচৰি ॥৬৭৬
তাক বুলি মিত্ৰ ৰাজা ভাল মতে জানি।
গৃহক আনিবে তাক আপোনাৰ মানি ॥
পৰে পৰ পুত্ৰত কৰিয়ো আশা বোধ।
মহা হিতকাৰী যেন বনৰ ঔষধ ॥৬৭৭
আপোনাৰ সম যিটো বুদ্ধিমন্ত পাত্ৰ।
যত হস্তী ঘোড়াচয় নিয়োজিবে তাত ॥
আপুনি পালিবে প্ৰজা গণক নৃপতি।
বুদ্ধিমন্ত আপোনাৰ পাত্ৰ সমন্বিতি ॥৬৭৮
পাতিবেক সেনপতি প্ৰজাৰ ৰক্ষক।
দুৰ্জ্জনৰ হস্তে ৰাখিবেক নিশেষক ॥
পিতৃৰ সদৃশ বিশ্বাসৰ থান যাত।
নৃপতিৰ বন্ধনত নিয়োজিবে তাত ॥৬৫৯
অৰ্থ কাম লোভত নাহিকে যাৰ মন।
দ্বাৰত পাতিবে বৃদ্ধ বৃদ্ধ দ্বাৰীগণ ॥

যেই সেই সেৱকৰ নুবুজিয়া মতি।
আপোনাৰ ভিতৰক নিনিবে নৃপতি ॥৭৭০
মাতৃৰ সদৃশ বিশ্বাসৰ যিটো ঠাই।
তাকে ৰন্ধনত নিয়োজিবে মহাৰাই ॥
নিতে একেথানে নুশুইবেক নৰপতি।
ক্ষত্ৰিয়ৰ নুবুজয় তনয়ৰ মতি ।৬৮১
অলক্ষিত ভাৱে ৰাজা শুতিবে আপুনি।
উত্তম ভৃত্যত পৰে নজানিবে ভিন্নি ॥
বেদৰ বিহিত যিটো নানাবিধ ধৰ্ম্ম।
নানা কাম নৃপতি কৰিবে নানা কৰ্ম্ম ॥৬৮২
ব্ৰাহ্মণক অৱহেলা নকৰিবা মনে।
ব্ৰাহ্মণ সেৱাত পাই সব ধৰ্ম্ম গণে ॥
তলফুটা কলসত নৰহয় জল।
ব্ৰাহ্মণক অৱহেলে ধৰ্ম্মৰ বিফল ॥৬৮৩
মল্লবিদ্যা ধৰ্ম্মবিদ্যা ধনুৰ্ব্বিদ্যা মানে।
সেনাগণ নিবন্ধিয়া থৈবে থানে থানে ॥
মন্ত্ৰণা কৰিবে ৰাজা পৰম ৰহস্য।
শত্ৰুক জিনিয়া ৰাজ্য কৰিবেক বশ্য ।৬৮৪
সদবুদ্ধি কুবুদ্ধি প্ৰজাৰ যত যত।
ঈশ্বৰেসে দেন্ত তাক জানিবা সমস্ত ॥

ৰক্ষা কৰিবাক যাক ঈশ্বৰৰ মন ।
সদ্ বুদ্ধি দেন্ত তাক জানিবা আপোন ॥৬৮৫
সংহৰিবে তান যাক ঈশ্বৰৰ চিত ।
তাৰ মনে কুবুদ্ধি বঢ়ান্ত নিতে নিত ॥
পাপক বঢ়াবে হৰি মায়াবী জনক ।
পাখিজাত ভৈলে যেন পলাই ছটক ॥৬৮৬
সেহিমতে বেদকেসে চাৰি বেদ যাই ।
মায়া পাশে মায়া বিবিধত দুঃখ পাই ॥
বুদ্ধিমন্ত নৃপতি দেখিলে প্ৰজাগণ ।
নুপুছন্তে জানে তাৰ ভাল মন্দ কোন ॥৬৮৭
সাধুক জানিয়া সাধু কৰ্ম্মক কৰন্ত ।
ধীৰক জানিয়া মহা ভয় উপগত ॥
অগ্নিত দহিলে জানি সুবৰ্ণৰ কায় ।
আচৰিত জানয় কুলৰ অভিপ্ৰায় ॥৬৮৮
দুঃখৰ কালত জানি পণ্ডিতৰ জ্ঞান ।
আপদত জানি শত্ৰু মিত্ৰৰ প্ৰমাণ ॥
ধনত জানয় পুৰুষৰ যেন চিত্ত ।
নাৰী শুদ্ধ জানি পাৰে যৌবন ৰাখিত ॥৬৮৯
সভা নোবোলয় বৃদ্ধগণ নাই যাত ।
সিয়ো বৃদ্ধ সুহিধৰ্ম্ম নোবোলে সাক্ষাত ।

ইদানিক কহো শুনা কৰ্ম্মৰ নিৰ্ণয়।
তাকে কৰ্ম্ম বুলি যাত দুঃখ নোপজয় ॥৬৯০
দিবসত সি কৰ্ম্ম কৰিবে নৰপতি।
মহাসুখে যেন থাকিবাক পাৰে ৰাতি ॥
অষ্ট মাসাসিক কৰ্ম্ম কৰিবে মহাৰাই।
বাৰিষা কালত সুখে বঞ্চিবাক পাই ॥৬৯১
যাৰে জীৱে মানে কৰ্ম্ম কৰিবেক সাৰ।
পৰলোকে সুখ যেন হোৱে আপোনাৰ ॥
আয়ু শ্ৰীযশ বৃদ্ধি কৰৈ বিঘাতন।
নুশুনিবে দুষ্ট মন্ত্ৰী ৰাজাৰ বচন ॥৬৯২
ইহাৰ প্ৰমান লইয়ো আপোনাতে গুণি।
কৌৰবৰ শ্ৰীহত কৰিলা শকুনি ॥
বিদুৰে কহিলা আনো নানা ধৰ্ম্মচয়।
সংক্ষেপে কহিলো পদ বাহুল্যক ভয় ॥৬৯৩
ৰাজনীতি শুনি ধৃতৰাষ্ট্ৰে জানিলেক।
দোৰ্য্যোধন মহাশত্ৰু মনে মানিলেক ॥
পাণ্ডুৰ পৰম হিত মনত জানিল।
তথাপিতো ৰাজ্যক দিবাক নপাৰিল ॥৬৯৪
বৈসম্পায়ণ বদতি শুনিয়ো নৰেশ্বৰ।
দোৰ্যোধনে মাতিলেক গঙ্গাৰ কুমাৰ ॥

শুন দোৰ্য্যোধন মই বাৰ্ত্তা এক পাইলো।
পাণ্ডবৰ অভিপ্ৰায় সকলে জানিলো ॥৬৯৫
ৰাজ্য নপাইলেয়ো পাণ্ডব নোহে শান্ত।
তই ৰাজ্য নেদ হেন তেসম্বে জানন্ত ॥
সত্য অঙ্গীকাৰে বন্দি হুইয়া ধৰ্ম্মপাশে।
তথাপিতো কৃষ্ণক পঠাইলা ৰাজ্য আগে ॥ ৯৬
কৃষ্ণৰ বচন পৰিহৰিলি নিশ্চল।
সাত আঠ দিবসতে পাইবি তাৰ ফল ॥
কোন ক্ষুদ্ৰ কৌৰব অৰ্জ্জুন স্বৰ্গপুৰ।
পাশুপত হানি যেন বধিলা অসুৰ ॥৬৯৭
কৃষ্ণ যাৰ সহায় বঢ়ান্ত যাৰ বল।
যুধিষ্ঠিৰে বিনাশিবে কৌৰব সকল ॥
আকে জানি কথা কহো শুনা মহাভাগে।
তৃন সম দেখো আক পাণ্ডবৰ আগে ॥৬৯৮
কুৰু বংশ ৰক্ষা যাউক সুগুণিবি মনে।
শৰণে পশিয়ো যুধিষ্ঠিৰৰ চৰণে ॥
পাণ্ডবক বৈৰ ভাব কৰি আছ যত।
তোকদেখি যুধিষ্ঠিৰে ক্ষমিবে সমস্ত ॥৬৯৯
বৈসম্পায়ন বদতি শুনিয়ো জন্মিঞ্জয়।
ভীষ্মৰ বচনে দোৰ্য্যোধন দুৰাশয় ॥

সবংশে মাৰিবো ইটো পাপিষ্ঠৰ হেতু।
কুৰু কুল মধ্যে দোৰ্য্যোধন ধূমকেতু ॥৭০০
তাৰ অৰ্থে পাণ্ডৱক যুজিবো কেমনে।
এহিবুলি ক্রন্দন কৰয় ভীষ্ম দ্রোণে ॥
অধোমুখে ৰহিলেক নুশুনিয়া তাক।
মহন্তে নুশুনে যেন ইতৰৰ বাক ॥৭০১
হেন দেখি ভীষ্ম দ্রোণ দুইকো দুয়ো চাই।
অন্যে অন্যে বোলে আতপৰে দুঃখ নাই ॥
ভীষ্মে বোলে আতপৰে দুঃখ কোন আৰ।
মহা গুণৱন্ত পাঞ্চ পাণ্ডুৱ কুমাৰ ॥৭০২
মহা স্নেহে যাক কোলে বুকে আছো তুলি।
শিশুকালে মাতিছে আমাক পিতৃ বুলি ॥
পৰম বিনীত মোৰ যুধিষ্ঠিৰ নাতি।
শত্রু পক্ষ তথাপি আমাক স্নেহ আতি ॥৭০৩
সুকোমল লৱনু পুতলি এৰে সৰি।
সি শৰীৰে শৰ প্রহাৰিবো কেন কৰি ॥
পৰম দাৰুণ ভীম তথাপি মহন্ত।
জননীত কৰি আমাসাক আদৰন্ত ॥৭০৪
বংশধৰ নাতি মোৰ পৰম নিপুন।
কতেক কহিবো মই অৰ্জ্জুনৰ গুণ ॥

মহাশান্ত নকুল সহদেৱ দুই ভাই।
তৃণৰ প্ৰহাৰ কৰিবাক নুযুৱাই ॥৭০৫
কিমতে হানিবো মোৰা বজ্ৰ সম শৰ।
পৰশত অগ্নি সম বিষ পটন্তৰ ॥
দ্ৰোণে বোলে মই মাৰো ইহাক সুমৰি।
কিমতে পাণ্ডুৱক প্ৰহাৰিবো শৰ কৰি ॥৭০৬
অশ্বাত্থামা পুত্ৰ সম অৰ্জ্জুনক স্নেহ।
হাতে হাতে অস্ত্ৰচয় শিখাইছো বিশেষ ॥
হেন পাণ্ডৱক মই যুজিবো ৰণত।
পুত্ৰতো নিৰ্দ্দয় আমি ৰাক্ষসৰ মত ॥৭০৭
অৰ্জ্জুনে যিমতে মোক কৰন্ত সন্মান।
অশ্বত্থামা আদৰ নকৰে হেন ঠান ॥
এতেকতে পুত্ৰতো অধিক ধনঞ্জয়।
কিমতে যুজিবো তাঙ্ক নিদাৰুণ ময় ॥৭০৮
আমি যত হিত বলো নুশুনই ভালে।
এতেকতে ভীষ্ম আক গ্ৰাসিলেক কালে ॥
প্ৰথমতে কুৰু বৃদ্ধ আপুনি প্ৰমাণ।
হিত যুক্ত মন্ত্ৰণা কহিলা যেন ঠান ॥৭০৯
বিদুৰে বুলিলা আক সময়ন্তি মনে।
কাৰ্য্য বুজি আপুনি বুলিলা নাৰায়ণে ॥

চাৰি ভাই দ্ৰোপদী সহিতে যুধিষ্ঠিৰ ।
বনবাস যথাতে থাকন্ত মহাবীৰ ॥৭১০
তথাতে হস্তিনা পুৰ সকলে সম্পন্ন ।
আঠাইশ সহস্ৰ ঋষি নিতে ভুঞ্জে অন্ন ॥
যাৰ আজ্ঞা কৰন্ত লক্ষেক ৰাজগণে ।
হেন পাণ্ডৱক ৰণে জিনিবেক কোনে ॥৭১১
মহাবীৰ ভীম ধনঞ্জয় ধনুৰ্দ্ধৰে ।
কুবেৰক জিনি ৰত্ন আনিবাক পাৰে ॥
হেন দেখি নিজ অস্ত্ৰ দিলা দেৱ গণে ।
কুবেৰে অনেক ৰত্ন দিলন্ত আপোনে ॥৭১২
ইঙ্গিততে সমস্তে ৰাজাৰ ৰাজ্য পাৰে ।
তথাপি পিতৃৰ ৰাজ্য খোজন্ত পাণ্ডৱে ॥
যদিবা ভীষ্মে আসি কৰন্ত ঘোৰ ৰণ ।
যদি তযু সখা হুইয়া আসে দেৱগণ ॥৭১৩
তথাপিতো পাণ্ডৱক যুজন নজাই ।
পতিব্ৰতা দ্ৰোপদী আছন্ত যাৰ ঠাই ॥
মহাসতী গুণবতী শান্তা সুচৰিতা ।
দ্ৰোপদী থাকন্তে পাণ্ডৱৰ কোন চিন্তা ॥৭১৪
যাৰ মন্ত্ৰী ভৈলন্ত আপুনি জনাৰ্দ্দন ।
তাক জিনিবাক আশা কৰে দোৰ্য্যোধন ॥

ভ্ৰাতৃ যাৰ ধনঞ্জয় বীৰ শিৰোমণি।
গদাধৰ ভীম বলী মধ্যে অগ্ৰগণি ॥৭১৫
অনুকুল আছা আৰো ব্ৰাহ্মণ সকলে।
বেদ পঢ়ি নিতে আশংসন্ত যাৰ বলে ॥
বাৰম্বাৰ ৰাজা তোত কহো নিষ্টকৰি।
পাণ্ডৱক যুঁজিলে অৱশ্যে যাইবি মৰি ॥৭১৬
দ্ৰোণে বুলিলন্ত হেন যুগুতি বচন।
শুনি মৌনে ৰহিলেক ৰাজা দোৰ্য্যোধন ॥
সভামাজে বসি ৰাজাগণে শুনি আছে।
ধৃতৰাষ্ট্ৰে সঞ্জয়ক মাতিলেক পাছে ॥৭১৭
শুনিয়ো সঞ্জয় এবে আমাৰ বচন।
কৃষ্ণৰ পাচতে গৈলা ৰাধাসুত কৰ্ণ ॥
কৰ্ণ যদি গৈলা আগ বঢ়াইবাক মনে।
শুনিলো ৰথত তুলি নিলে নাৰায়ণে ॥৭১৮
কতোহুৰ কৰ্ণক নিলেক দেৱ হৰি।
কিবুলিলা কৃষ্ণে কহিয়োক ঝাণ্ট কৰি ॥
কিবা মৃদু বুলিলেক বৰাইবাক মনে।
পাণ্ডৱৰ থানে তাক নিবাৰ কাৰণে ॥৭ ৯
কিবা তীক্ষ্ণ বুলি তাৰ তুলিলেক খঙ্গ।
অল্পতে কন্দল লগাই চাহিবন্ত ৰঙ্গ ॥

সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
কৰ্ণক তুলিলা কৃষ্ণে ৰথৰ ওপৰ ॥৭২০
নগৰৰ বাজ ভৈলা ডাকি দিব্য ৰথে।
কৰ্ণক সম্বোধি কৃষ্ণে বুলিলন্ত পথে ॥
লগতে আসিয়া আছে আনো বীৰগণ।
কৰ্ণক সম্বুধি কৃষ্ণে বুলিলা বচন ॥৭২১
মাধৱ বদতি কৰ্ণ শুনিয়োক বাক।
ত্ৰিভুবনে সম বীৰ নাহিকে তোমাক ॥
মহাজ্ঞানী তোমাক উপাশে বিপ্ৰচয়।
তাসম্বাত শুনি আছো ধৰ্ম্মযে নিৰ্ণয় ॥৭২২
কন্যা কালে জন্ম আৰো শুনি আছো ভালে।
যাৰ পুত্ৰ হবে জাত অবিবাহ কালে ॥
সি কন্যা বিবাহ যিতো কৰে দৈব বশে।
সেই জন তাৰ পিতৃ হেন শাস্ত্ৰে কহে ॥৭২৩
এতেকে তোমাৰ জন্ম কুন্তী কন্যা কালে।
কুন্তীক বিহাইলা পাছে পাণ্ডু মহীপালে ॥
ইদানিক শাস্ত্ৰ দেখি হুয়ো পৰিচয়।
পাণ্ডুসে তোমাৰ পিতৃ হেন শাস্ত্ৰেকয় ॥৭২৪
এতেকে পিতৃৰ পক্ষ পাণ্ডৱ তোমাৰ।
মাতৃ বংশ বৃষ্ণি বংশ সবে আপোনাৰ ॥

গুণ বন্ত ৰূপবন্ত মহা ধনুৰ্দ্ধৰ।
পাঞ্চ পাণ্ডৱত কৰি বয়সতো বৰ ॥৭২৫
আমিয়ো সেৱিবো সবাহাৰে মনে থাটে।
ৰাজা হুইয়ো কৰ্ণ পাণ্ডৱৰ দণ্ডে পাটে ॥
যিটো দ্ৰোপদীক দেখি কুৰু বীৰ গণ।
কাম বাণে মোহিত ভৈলেক সৰ্ব্বজন ॥৭২৬
হেন দ্ৰোপদীক কৰ্ণ কৰিয়া সময়।
মাসেক তোমাক দিবো বণ্টা কৰি ময় ॥
পাণ্ডৱৰ বিপ্ৰগণ মহা ব্ৰহ্মচাৰী।
ব্যাঘ চৰ্ম্ম আসন নৈষ্ঠিকি ব্ৰতধাৰী ॥৭২৭
তেসম্বাক নমিয়া নৃপতি ভুঞ্জা অন্ন।
যুধিষ্ঠিত নৃপতিৰ পুৰুহিত গণ ॥
তেসম্বাৰ কৌতুক তোমাক লাগ পাই।
ৰাজ্য জোকাৰিবে আতি শুভক্ষণ চাই ॥৭২৮
দেখি ৰঙ্গ হুইব কুন্তী তোমাৰ জননী।
বন্ধুগণ কৌতুক কৰিব ভিনে ভিন্নি ॥
শত্ৰু গণে শুনিয়া কৰোক অপমান।
এতিক্ষণে চলা তুমি পাণ্ডৱৰ ঠান ॥৭২৯
পৰগৃহে থাকিলে কিঞ্চিতো সুখনাই।
ময়ো দুঃখ পাইলো, যত গোকুলক যাই ॥

সঞ্জয় বদতি কথা শুনা নৰেশ্বৰ।
নীতি শাস্ত্ৰে পৰম পণ্ডিত গদাধৰ ॥৭৩০
আগ পাছ চিনাই বুলিলন্ত দেব হৰি।
আমি সবে শুনিয়া আছিলো কৰ্ণ ভৰি ॥
কৃষ্ণৰ বচন যেবে শুনিলেক কৰ্ণ।
গুণিবাক লৈলা অধোমুখে মনে মন ॥৭৩১
দণ্ড দুইমানে গুণি কৰিলেক থিৰ।
কৃষ্ণক সম্মুখি মাতিলেক ধীৰে ধীৰ ॥
কৰ্ণে বোলে জানো কুন্তী মাবৰ দুৰ্ণয়।
পাণ্ডুৰ ক্ষেত্ৰত জন্ম বিচাৰত ময় ॥৭৩২
পোষ্টা পিতৃ অধিৰথ ৰাধা মোৰ আই।
বাঢ়ি আছে মোৰ দেহা তানে স্তন খাই ॥
পুত্ৰ বুলি তুলি বিষ্ঠা পেলাইছে আমাৰ।
কোনমতে তাহাক কৰিবো পৰিহাৰ ॥৭৩৩
কুন্তীৰ দুৰ্ণয় কথা কহিবোহো কত।
জন্ম দিয়া আমাক পেলাইলা সাগৰত ॥
অভেদ কবচ দিলা পিতৃ দিবাকৰে।
সিকাৰণে নমৰিলো জলৰ ভিতৰে ॥৭৩৪
দৈব যোগে হেন মোৰ অদৃষ্টত আছে।
অধিৰথি পায়া মোক তুলিলেক পাছে ॥

মাতৃৰ দোষত থাকি কুৰু সমাজত।
ভীষ্মৰ গালিক মই সহিবোঁহোঁ কত ॥৭৩৫
ভীষ্মে বোলে শুন আৰে কৰ্ণ দুৰাচাৰ।
নাই পিতা মতা তই তনয় কাহাৰ ॥
কিবা অধমত জাত উত্তমত হন্তে।
নাজানিয়া আমাক ছোৱস কেনমতে ॥৭৩৬
যাৰ মাতৃ দুষ্টা প্ৰভু কহো তযু আগে।
উপজি মৰোক তাৰ জীবাক নলাগে ॥
অনুমানে জানো মই অভিপ্ৰায় যত।
ভূমী ভাৰ সংহাৰ কৰিবা সমৰত ॥৭৩৭
যুদ্ধ চলে বধিলে ৰাখন্তা কেৱ নাই।
আমি চাৰি জন ভৈলো কলঙ্কৰ ঘাই ॥
দুঃসাশন দোৰ্য্যোধন শকুনি মই চাৰি।
আমি সবে ভৈলো মাত্ৰ কলঙ্কৰ ভাৰি ॥৭৩৮
কালে আসি পিড়িলে ৰাখন্তা কেৱনাই।
কুৰু বংশ সমস্তে কৰিবা তুমি ঠাই ॥
তুমি নোহা মনুষ্য সাক্ষাত্তে নাৰায়ণ।
অল্পতে মিলাবা কুৰু পাণ্ডৱৰ ৰণ ॥৭৩৯
নানা বিধ উৎপাত দেখিয়া ঠাই ঠাই।
প্ৰজা নষ্ট হুইব হেন কাৰণত পাই ॥

গ্রহ যুদ্ধ দেখি শুক্ৰ চাণ্ডালি সহিত।
বিনাশৰ কাল আসি মিলিল ত্বৰিত ॥৭৪০
যুদ্ধে ভঙ্গ হুইবো আমি কৌৰব সকল।
নানা বিধ প্ৰজাতে দেখিয়া বিমঙ্গল ॥
হস্তী ঘোড়া কান্দে সব উভতি পৰয় ।
সৈন্যৰ মাজত কাক শৃগাল ৰটয় ॥৭৪১
অকাৰণে মন দুঃখ নিকৎসাহ বৰ।
ইসব লক্ষণে দেখো ভঙ্গ কৌৰবৰ ॥
নিতে নিতে চৰ মুখে শুনি পৰতেক।
বলবন্ত পাণ্ডবৰ বিক্ৰম যত্তেক ॥৭৪২
সবাৰে মধুৰ বাক্য শ্ৰীমন্ত বদন।
ৰাত্ৰী দিনে শুনি হেন যুজিবাক মন ॥
সমৰৰ নাম শুনি মত্ত হস্তী চয়।
লোহাৰ ধাৰণা ছিণ্ডে বন্দি নলৱয় ॥৭৪৩
মাহুতে খুন্দিপিলে দেখ নেদেখন্তে ধৰে।
গড়পান্তি ভাঙ্গি যেন পর্ব্বত লৱৰে ॥
উদণ্ড হস্তীৰ গুণ কথন নজাই।
দূৰতে নমন্ত পাণ্ডবক শুণ্ডে পাই ॥৭৪৪
নাই দন্দ বাদ প্ৰজা কৌতুহল মন।
সুগন্ধ শীতল বহে মলয়া পবন ॥

টোন ভৰি ভৰি অস্ত্ৰচয় ভাগ আছে।
ৰণ ৰঙ্গে ঘোৰাচয় থিৰ লাঞ্জে নাছে ॥৭৪৫
যুদ্ধৰ প্ৰবন্ধ মাত্ৰ সমস্ত লোকৰ।
ইসব লক্ষণে দেখোঁ জয় পাণ্ডৱৰ ॥
আৰো অদভুত দেখোঁ কৌৰৱৰ ঠাই।
ইহাক দেখন্তে মোৰ ৰাত্ৰি নিদ্ৰা নাই ॥৭৪৬
নিৰ্ভয় স্বৰূপে দেখি সবে প্ৰজাচয়।
ৰাত্ৰি দিনে ব্ৰাহ্মণৰ হিংসা আচৰয় ॥
গুৰুক নিন্দয় শিষ্যে বোলে মূৰ্খ বৰ।
নকৰে স্বামীক নিন্দে বোলে অনুত্তৰ ॥৭৪৭
পিতৃক নামানে পুত্ৰে নাই ভয় ভীত।
কৌৰৱৰ মৃত্যু কাল ভৈল উপস্থিত ॥
আজি ৰাত্ৰি প্ৰভু মই দেখিলো সপোন।
সপোনৰ কথা কহোঁ শুনা নাৰায়ণ ॥৭৪৮
দোৰ্য্যোধন ৰাজা সমে এক শত ভাই।
সপোনতে সবে আসি ভৈলা এক ঠাই ॥
ৰক্ত কুসুমৰ মালা সবাৰো শিৰত।
সবে মিলি চৰিল গৰ্দ্দভ বাহনত ॥৭৪৯
দক্ষিণক চলি গৈলো মৃগয়াক মনে।
ভয়ঙ্কৰ গৰ্ত্তক দেখিলো সেই ঠানে ॥

দাৰুণ পুৰুষ গণ তৈতে লাগ পাইল ।
অধোমুখ কৰি আমাক গৰ্ত্তত পেলাইল ॥৭৫০
ভীষ্ম দ্ৰোণ আমি আসি ভৈলো একঠাই ।
সপোনত ত্ৰৰ ত্ৰৰ কাম্পে মোৰ কাই ॥
সপোনত দেখিলো নৃপতি যুধিষ্ঠিৰে ।
তুমি সমে বসি আছা পৰ্ব্বত ওপৰে ॥৭৫১
শুক্ল বস্ত্ৰ পৰিধান চাৰি ভাই সঙ্গে ।
সসাগৰা পৃথিবী গিলন্ত মহাৰঙ্গে ॥
সপোনত দেখন্তে কাম্পয় হাত ভৰি ।
ৰুধিৰ পিয়ন্তে দুই আঞ্জলিক ভৰি ॥৭৫২
সুবৰ্ণৰ পাত্ৰ ভৰি তুলি দিলা আনি ।
ঘৃত অন্ন দধি ৰাজা পিয়ন্ত আপুনি ॥
সপোনৰ ফলে ৰাজ্য পাইবে যুধিষ্ঠিৰ ।
সমৰত মাৰিবে সমস্তে কুৰু বীৰ ॥৭৫৩
ৰাজা গণ একত্ৰ কৰিয়া ঘোৰ ৰণে ।
যুদ্ধ যজ্ঞ প্ৰবৰ্ত্তাইবা জানি আছো মনে ॥
ভীষ্মক দ্ৰোণক পাই দ্ৰোপদ কুমাৰে ।
ধৃষ্টদ্যুম্ন শিখণ্ডিয়ে যি বেলা সংহৰে ॥৭৫৪
সমস্তে নৃপতি গণ পৰিবে ৰণত ।
যি বেলাত মোক ধনঞ্জয়ে কৰে হত ॥

দোৰ্য্যোধন আদি কৰি একশত ভাই ।
যি বেলাত ভীমে একেশ্বৰে কৰে ঠাই ॥৭৫৫
সি বেলাত প্ৰভু যজ্ঞ হুইবে সমাপত।
দক্ষিণা দিবাক পাচে গুণিলা মনত ॥
যজ্ঞৰ দক্ষিণা হবে সুবৰ্ণ বিহিত।
স্বভাৱে সুবৰ্ণ উপজিছে অগনিত ॥৭ ৬
এহি গুণি তযু মনে কৰিবাহা সাৰ।
ধৃষ্টদ্যুম্ন শিখণ্ডি যে দ্ৰোপদ কুমাৰ ॥
অগণিৰ কুণ্ডত ভৈলেক উতপত্তি।
তাক মৰাই দক্ষিণা কৰিবা সমাপতি ॥৭৫৭
যি বেলা বিধবা কৌৰৱৰ ভাৰ্য্যাগণ।
স্বামি বুলি মহাশোকে কৰিব ক্ৰন্দন ॥
পুত্ৰ শোকে গান্ধাৰি পৰিবে মুৰ্চ্ছা যাই ।
কৰ্ণ কৰ্ণ বুলিয়া কান্দিবে বাধা আই ॥৭৫৮
নানাবিধ বিলাপ কৰিবে ভিন্নে ভিন্ন ।
অবভৃথ স্নান পাণ্ডৱৰ সেহি দিন ॥
মাধৱ বদন্তি কৰ্ণ সৰ্ব্বজ্ঞান তুমি।
ভূত.ভবিষ্যত কথা কহিলা আপনি ॥৭৫৯
জানা যদি সবংশে মৰিবা মোৰ ৰণে।
তেবে মোৰ বচন নধৰা কি কাৰণে ॥

এভো বোলো শুনা মোৰ বাক্য পৰতেক।
পাণ্ডৱৰ পাততে তোমাৰ অভিষেক ॥৭৬০
ৰাজা হুইয়া পাণ্ডবে সহিতে দিয়া ধাৰি।
ইয়ো ৰাজ্য খান লৈয়ো কৌৰৱক মাৰি ॥
এভো প্ৰতি প্ৰতি কৰ্ণ কহো তযু আগে।
এতিক্ষণে চলা ফিৰি যাইবাক নলাগে ॥৭৬১
কৰ্ণ বোলে জগতকে আছা বন্দি কৰি।
তোমাৰ মায়াক প্ৰভু এৰাইতে নপাৰি ॥
সিকাৰণে তযু বাক্য নলৱয় মনে।
প্ৰাণতো অধিক মোৰ ৰাজা দোৰ্যোধনে ॥৭৬২
আগৰ চন্দন দিয়া কৰে বহুমান।
নিতে পূজা কৰে মোৰ বাহু দুই খান ॥
দোৰ্যোধন নাম মাত্ৰ মইসে নৃপতি।
তেৰ বৎসৰ অকন্টকা ভুঞ্জো বসুমতি ॥
আসিআছে যত পৃথিবীৰ ৰাজা চয়।
মাস দুই তিনি কৰি প্ৰবাস থাটয় ॥
এবে যদি যাওঁ মই তব বাক্য পালি।
শুনি ৰাজা গণে মোক পাৰিবেক গালি ॥৭৬৪
অধিৰথি পিতৃ পাইলো কত তপসাই।
ৰাধা সম মাতৃ মোৰ ত্ৰিভুবনে নাই ॥

নকৰিলে ঘিণ মোৰ মুত্ৰ পুৰিষত।
কৰিলেক জাত কৰ্ম্ম আদি কৰ্ম্ম যত ॥৭৬৫
বসু সেন নাম মোৰ হাবিয়াসে আতি।
বিবাহ কৰাইলা কন্যা মহা ৰূপবতী॥
তাসম্বাত জন্মিল আমাৰ পুত্ৰগণ।
নাতি দেখি ৰাধাৰ হৰিষ কৰে মন॥৭৬৬
ৰাত্ৰি দিনে আনন্দে যে বোলয় মনত।
পিণ্ড জলাঞ্জলি পাইবো কৰ্ণ পুত্ৰ হন্ত॥
আজি যদি প্ৰভু তেসম্বাক বাঞ্চো মই।
মোকো দৈবে বঞ্চিবেক কহিলো নিশ্চয় ॥৭৬৫
আসি আছে যত পৃথিবীৰ বীৰগণ।
যুদ্ধ কৰিবাক প্ৰতি সবাহাৰে মন॥
যুদ্ধবিনা মৰণ নিন্দিত ক্ষত্ৰিয়ৰ।
আকে জানি সমৰ মিলায়ো গদাধৰ ॥৭৬৮
মাধৱ বদতি কৰ্ণ জানিছা আপুনি।
তথাপিতো কিছু কহো শুনিয়ো শ্ৰৱণি॥
সত্যে ৰণ জিনিবেক পাণ্ডৱ সকল।
জয়ধ্বনি শুনি পাণ্ডৱৰ সুমঙ্গল ॥৭৬৯
বিশ্বকৰ্ম্মে নিৰ্ম্মিয়াছে দিব্য মায়া বলে।
ভয়ঙ্কৰ প্ৰচণ্ড ধ্বানৰ গোটি জলে॥

যি বেলাত দেখা শ্বেত বৰ্ণ চাৰি হয়।
আগ হইয়া ৰথি কৃষ্ণ পাছে ধনঞ্জয় ॥৭৭০
বামত গাণ্ডিৱ ধনু কৰিবে টঙ্কাৰ।
দক্ষিণত দেবদত্ত শব্দ চমৎকাৰ ॥
দ্ৰোণ কৃপ অশ্বথামা কৌৰৱ কুমাৰ।
একৈকৰ লগে চলে সৈন্য গুৰুতৰ ॥৭৭১
চাৰি যুদ্ধে যেন যুদ্ধ নাহি মনুষ্যৰ।
সি বেলাত অপুনি দেখিবা বীৰবৰ ॥
সিবেলা সমৰে ঘোৰ ভীষ্ম অনিৰ্বাৰ।
নিবাৰন্ত যিবেলা অৰ্জ্জুন ধনুৰ্দ্ধৰ ॥৭৭২
সি বেলাত ঘোৰ ৰণ দেখিবা আপুনি।
কৌৰৱ পতঙ্গ বীৰ অৰ্জ্জুন অগনি ॥
যি বেলাত বেঢ়ি থাকা কুৰু বীৰচয়।
তৃণবন্ত কৰি ভীমসেনে বিনাশয় ॥৭৭৩
তোমাৰ মধ্যে পশি ক্ৰোধ বিপৰীত।
বাঘে যেন হৰিণৰ পিৱয় শোণিত ॥
সেহিমতে ভীমে দুঃশাসনক ধৰি বলে।
তেজ খাই নাচন্ত পৰম কৌতুহলে ॥৭৭৪
সিবেলা দেখিবা বীৰ দাৰুণ সমৰ।
ডৰে নিদ্ৰা নাসিব সমস্তে কৌৰৱৰ ॥

যিবেলা দেখিয়ো যুধিষ্ঠিৰ মহাশয়।
তপবলে আপনাৰ সৈন্যক ৰাখয় ॥৭৭৫
তেজবলে বিনাশিবে শত্রু সৈন্য বৰ।
সিবেলা দেখিবা বীৰ দাৰুণ সমৰ ॥
কিন্তু কৰ্ণ শুনা আবে আমাৰ বচন।
কাৰ্ত্তিক নিবৰ্ত্তি মাস হইবেক আঘন ॥৭৭৬
আজি হন্তে লেখি সাত দিনৰ ভিতৰে।
দুৰ্ঘোৰ সমৰে হুইবে কুৰু পাণ্ডৱৰে ॥
ঘোৰ শৰে যত প্ৰজা ঘাৱ চেৱ খাই।
নপকিবে নজৰিবে জাৰ ঘাম নাই ॥৭৭৭
কৰ্ণে বোলে শুনা প্ৰভু আমাৰ বচন
পুন্য ভূমি মহা কুৰু ক্ষেত্ৰ বিতোপন ॥
মহাতীৰ্থ গঙ্গাদেবী বহন্ত সদাই।
যাহাত মৰিলে প্ৰজা বৈকুণ্ঠক পাই ॥৭৭৮
ৰাজাগণ সমস্তে মিলিবে এক ঘৰ।
যুদ্ধ বিনা মৰণ নিন্দিত ক্ষত্ৰিয়ৰ ॥
তৈকে লাগি চলি যাওক কুৰু পাণ্ডুসুত।
ৰণ ভূমি প্ৰভু নিৰ্ম্মিয়োক সি ঠানত ॥৭৭৯
মাধৱ বদন্তি কৰ্ণ শুনিয়ো বচন।
সাজু হুইয়া চলোক নৃপতি দোৰ্য্যোধন ॥

পাণ্ডব আসিব সাত দিনৰ ভিতৰ ।
কুৰুক্ষেত্ৰে সমৰ মিলিবে গুৰুত্তৰ ॥৭৮০
সঞ্জয় বদতি কথা শুনিয়ো শ্ৰবণে ।
ভাল বুলি কৃষ্ণক নমিলা বীৰ কৰ্ণে ॥
পাণ্ডবৰ ঠানক চলিলা দামোদৰ ।
মনো দুঃখে কৰ্ণ আসি পশিলা নগৰ ॥৭৮১
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
আত অনন্তৰে কথা শুনা নিৰন্তৰ ॥
কৃষ্ণো গৈলা তোমাৰ প্ৰপিতামহী কুন্তী ।
কান্দন্তে আছন্ত দেবী মহা শোকে আতি ॥৭৮২
সেহি সময়তে যাই বিদুৰ মিলিল ।
কুন্তীৰ আগত কথা কহিবে লাগিল ॥
শুনা ৰাজ মাতা কুন্তী বচন আমাৰ ।
শ্ৰীমদে অন্ধ দোৰ্য্যোধন দুৰাচাৰ ॥৭৮৩
যুগুত বচন বুলিলন্ত যদুপতি ।
অৰ্দ্ধৰাজ্য খুজিলন্ত পাণ্ডৱক প্ৰতি ॥
আমিয়ো বুলিলো তাক সময়ন্তি মনে ।
কাণতো নলৈলে তাক ৰাজা দুৰ্য্যোধনে ॥৭৮৪
বিনাযুদ্ধে পাণ্ডৱক ৰাজ্য নেদে জানি ।
তেধেসে উভতি গৈল প্ৰভু চক্ৰপাণি ॥

মহাদুষ্ট পাপী ইটো ধৃতৰাষ্ট্ৰ ৰাই।
শতপুত্ৰ সবে অন্ধ জ্ঞান চক্ষু নাই ॥৭৮৫
সি কাৰণে মাধবৰ বাক্য নকৰিল।
হেৰা তাৰ কাল অ.সি ওচৰ চাপিল ॥
দুৰ্জ্জয় সমৰে সবান্ধবে হুইবে ক্ষয়।
ইহাক স্মৰন্তে মোৰ নিদ্ৰা নিমিলয় ॥৭৮৬
শুনিয়া কুন্তীৰ যে অধিক শোক ভৈল।
মনে মনে গোসানী যে গুণিবাক লৈল ॥
ৰাজ্য লোভে পাণ্ডবে কৰিবে ঘোৰ ৰণ।
কৌৰবক মাৰিবে আমাৰ জ্ঞাতি গণ ॥৭৮৭
কেহ মোমা কেহ পিতা কেহ হবে ভাই।
গুণি গুণি চাহিলে পৰৰ কেহ নাই ॥
যদি যুদ্ধ কৰে জ্ঞাতি গণে যাইবে মৰি।
যুদ্ধ বিনা নপাই আপোনাৰ বসুন্ধৰী ॥৭৮৮
যদি নিদাৰুণ হুইয়া কৰন্ত সমৰ।
কটাকটি লাগিবেক সবে কৌৰৱৰ ॥
ছেদীপ পাঞ্চাল মৎস্য আদি বংশ যত।
বৃষ্ণি বংশো আসি মিলিবেক সমৰত ॥৭৮৯
সবেয়ো সম্বন্ধে হোৱে কুটুম্ব আমাৰ।
প্ৰাণতো অধিক দেখোঁ স্নেহ তেসম্বাৰ ॥

তেসম্বে ৰণত পৰি হইবেক নিৰ্জ্জান।
আত পৰে কোন দুঃখ আছে মোৰ আন ॥৭৯০
পৰম দুঃখিত মোৰ পাণ্ডুতি তনয়।
তাসম্বাৰ কাৰো মুখ নেদেখিলো মই ॥
মহা ঘোৰ সমৰক অভিলাষ মনে।
কৃষ্ণে সমে পাঞ্চো ভাই সাজিবে যতনে ॥৭৯১
কুৰুগণ মধ্যে দ্ৰোণ কৰ্ণ পিতামহ।
দোৰ্য্যোধন ৰাজাৰ তিনিত মাত্ৰ গহ ॥
ত্ৰিভুবনে প্ৰচণ্ড যুদ্ধত অগ্ৰগণি।
কৌৰৱৰ অৰ্থে জানো যুজিবন্ত তিনি ॥৭৯২
এসম্বে যদ্যপি মোৰ মাৰে পুত্ৰ চয়।
তেবে নিদাৰুণী কোন পুৰী যাইবো মই ॥
নজানো আপোন পৰ সকলে সমান।
এগুটি মৰিলে মই নধৰিবো প্ৰাণ ॥৭৯৩
অনুমানে জানো মই দ্ৰোণৰ হৃদয়।
পাণ্ডবকে পুত্ৰকে দেখন্তে একেময় ॥
বলে পাৰি নমাৰিবে মোৰ পুত্ৰ গণ।
ইঙ্গিতে জানিছো গুৰু দ্ৰোণৰ যে মন ॥৭৯৪
কোলে বুকে তুলি আছে মহা স্নেহে আতি।
পাণ্ডবক ভীষ্মে নমাৰিবে বুলি মতি ॥

এসম্বাত হস্তে মোৰ নাহিকে সংশয়।
কৰ্ণে যদি নামাৰে আমাৰ পুত্ৰ চয় ॥৭৯৫
আদিত্যৰ বীৰ্য্যে জাত আমাৰ সন্ততি।
পৰম প্ৰচণ্ড বীৰ দাৰুণ শকতি ॥
কুল কন্যা লাজে মই তেজিলো তৈসানি।
অধিৰথি ৰাধা পাই তুলিলেক আনি ॥৭৯৬
তাতেসে কৰ্ণৰ পাণ্ডৱক কোপ মনে।
পাণ্ডৱ আপোন ভ্ৰাতৃ তাহাক নজানে ॥
সি কাৰণে পাণ্ডৱক ক্ৰোধ আতি বৰ।
অজিজ্ঞাসি ইটো দোষ নকাঢ়ো কৰ্ণৰ ॥৭৯৭
এতিক্ষণে কৰ্ণৰ পাশক যাওঁ মই।
লাজ এৰি পুত্ৰ বুলি দিয়োঁ পৰিচই ॥
জন্মদাতা মাতৃ মই বুলিলো শোভন।
অৱশ্যে কৰিব কৰ্ণে আমাৰ বচন ॥৭৯৮
এহিমনে গুণি কুন্তী কৰিলন্ত থিৰ।
কৰ্ণৰ সমীপ পাইলা ভাগিৰথী তীৰ ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয়।
গঙ্গামধ্যে স্নান কৰে কৰ্ণ মহাশয় ॥৭৯৯
উত্তৰ বাহিনী গঙ্গা কৰ্ণ তৈকে যাই।
নিতে নবঘটি থাকেসূৰ্য্যক ধিয়াই ॥

উর্দ্ধ মুখ কৰি নাসিকান্ত দিয়া দৃষ্টি।
পূবক সম্মুখ পশ্চিমেক দিয়া পিঠি ॥৮০০
যদি আদিত্যৰ তাপ নিজ পিথি লাগে।
তেবেসে কর্ণৰ সিটো সমাধিত ভাগে ॥
কুন্তী দেখে কৰ্ণ আছে সূর্য্যক ধিয়াই।
বাত চাই তথাতে ৰহিল কুন্তী আই ॥৮০১
এহিমতে তথাতে কুন্তীয়ো ৰহি আছে।
মধ্যাহ্ন বেলাত সূর্য্য নিবর্ত্তিল পাচে ॥
আদিত্যৰ তাপ যাই পিঠিত লাগিল।
তেবেসে কর্ণৰ সিটো সমাধি ভাগিল ॥৮০২
সমাধি ভাগিয়া কর্ণে ফিৰি চাহে পাচে।
দেখে কুন্তী গোসানী আগতে ৰহি আছে ॥
দেখি কৰ্ণ উঠিলেক পৰম সাদৰে।
কুন্তীৰ আগত বুৰিলন্ত যোৰকৰে ॥৮০৩
কর্ণে বোলে ৰাজমাতা শুনিয়ো বচন।
কত ভাগ্যে ভৈলোহো তোমাক দৰিশন ॥
অধিৰথি পুত্ৰ মই ৰাধাৰ কুমাৰ।
হেৰা নমস্কাৰ কৰো চৰণে তোমাৰ ॥৮০৪
তযু দৰশনে মোৰ পুৰুষৰো ভাগে।
কি কার্য্যে আসিছা তুমি কহিয়োক আগে ॥

কুন্তী বোলে শুনা বাপু বচন আমাৰ।
নোহা অধিৰথি পুত্ৰ ৰাধাৰ কুমাৰ ॥৮০৫
ইটো কথা অজিজ্ঞাসি বোলাহা সুগুণি।
শামুকত মাণিক আছস কৈত শুনি ॥
সাৰথিৰ কুলে জাত অধিৰথি পাপ।
কৌৰবৰ সেবক তোমাৰ নুহি বাপ ॥৮০৬
নুহি ৰাজ বধু কৌৰবৰ সেৱকিনী।
দুৰাচাৰী ৰাধা নুহি তোমাৰ জননী ॥
তযু জন্ম কহোঁ নকৰিবা অপমান।
মাৰে পোৰে এৰা এৰি দৈবেৰ বিধান ॥৮০৭
তব পিতৃ দিবাকৰ আদিত্য সাক্ষাত।
কন্যাকালে আমাৰ গৰ্ভতে ভৈলা জাত ॥
যেন অধিৰথি পাই তুলিলে তোমাক।
শুনা বাপু কহোঁ আবে ইসব কথাক ॥৮০৮
সুৰসেন ৰাজা কুন্তভোজ নৰপতি।
সখিত কৰিলা দুয়ো মহা মিত্ৰ অতি ॥
সুৰত জন্মিলো মই আৰু কন্যাচয়।
বাসুদেৱ আদি কৰি সুৰৰ তনয় ॥৮০৯
দৈব যোগে কুন্তভোজ অপুত্ৰক ভৈলা।
এখানি তনয় সুৰসেনত মাগিলা ॥

অপুত্ৰক কুন্তভোজ নৃপতিৰ ঠান।
সুৰশেন পিতৃ মোক দিলন্ত বিলান ॥৮১০
কুন্তভোজে আমাক নিলন্ত নিজ গৃহে।
জীৱ বুলি আমাক তোলন্ত হাবিয়াসে ॥
তান গৃহে আসি ঋষি দুৰ্ব্বাসা মিলিল।
সেবা কৰিবাক মনে পিতৃ মোক দিল ॥৮১১
পৰম প্ৰচণ্ড ঋষি তান বাক্য জানি।
যতনে সেবিলো মই কায় বাক্য মানি ॥
ঋষি তুষ্ট হুয়া মন্ত্ৰ কহিলা বুজাই।
তাকে পঢ়ি মাতিলে দেৱক লগ পাই ॥৮১২
একদিনা মই ফুল তুলিবাক গৈলো।
প্ৰভাততে দেৱ দিবাকৰক দেখিলো॥
তাঙ্ক দেখিবাক মনে কুতুহল বৰ।
চঞ্চল চৰিত্ৰ গুণিলো পূৰ্ব্বাপৰ ॥৮১৩
মন্ত্ৰৰ পৰীক্ষা চাহিবাক মনকৰি।
দেৱ দিবাকৰক মাতিলো মন্ত্ৰ পঢ়ি ॥
তেতিক্ষণে ৰবি আসি ভৈল উপস্থিত।
হেন দেখি আমাৰ সংশয় ভৈল চিত ॥৮১৪
চৰণত প্ৰণামিয়া বুলিলোহো বাক।
মন্ত্ৰৰ পৰীক্ষা চাইলো ক্ষেমিয়োঁ আমাক ॥

দিবাকৰে বোলে কুন্তী শুনিয়ো বচন।
কদাচিতো মিছা মুহি দেৱ দৰিশন।৮১৫
আমাক দেখিলে বিফল নোহে মতি।
কন্যা শুচি এতিক্ষণে হুয়োক যুবতি॥
এহি বুলি আদিত্যে তোমাক উপাৰ্জ্জিল।
হেন দেখি মোৰ মনে সংশয় মিলিল।৮১৬
দিবাকৰে দেখিয়া বুলিলা অভিপ্ৰায়।
পাছে তুমি আমাত জন্মিলা এহি ঠাই॥
কবচ কুঁণ্ডল সমে জন্মিলাহা তুমি।
আদিত্যৰ বৰে পুনু কন্যা ভৈলো আমি॥৮১৭
নতু দেন্ত পিতৃ কতো বিবাহ আমাক।
লোকে হতিবেক শুনি ইসব কথাক॥
অভেদ কবচ দুই কুণ্ডলে সহিত।
ত্রিভুবনে তোমাৰ মৃত্যুত নাহি ভীত॥৮১৮
কুল কলঙ্কক ভয়ে তেজিবাক মন।
দৰশনে স্নেহ লাগে তোমাৰ বদন॥
উভয় শঙ্কত ভয়ে অনেক কান্দিলো।
সন্দুকাত বান্ধি পাচে তোমাক উটাইলো॥৮১৯
গঙ্গাৰ তীৰত অধিৰথি ক্ৰীড়া কৰে।
সন্দুকাক দেখিলেক জলৰ উপৰে॥

সঙ্ক্ৰাক পায়া সিটো মেলি চাহে পাচে।
ত্ৰিভুবনে শ্ৰেষ্ঠ শিশু দেখিলেক আছে ৮২০
অধিৰথি পুত্ৰ বুলি নিলা নিজ ঠান।
দেৱ গোপ্য কথা ইটো নজানয় আন॥
শুনা বাপু কৰ্ণ কহোঁ পুত্ৰৰ লক্ষন।
সদপুত্ৰে কৰে পিতৃ মাতৃৰ বচন।৮২১
যুধিষ্ঠিৰ আদি কৰি তোৰে শ্ৰেষ্ঠ ভাই।
তেসম্বাৰে তোমাক যুজিবে নুযুৱাই॥
যিটো কৌৰৱৰ গৃহে আছন সাদৰি।
দুৰাচাৰ কৌৰৱ আমাৰ প্ৰাণ বৈৰী॥৮২২
মাতৃৰ বচন বাপু শুনিয়ো সম্প্ৰাত।
পাণ্ডৱৰ ঠানত হইয়োক নৰপতি॥
ভীম ধনঞ্জয় যুধিষ্ঠিৰে ভিম্নে ভিম্ন।
পাঞ্চো ভাই তোমাক সেবিবে ৰাত্ৰি দিন॥৮২৩
আজি দেখি বিস্ময় মিলোক কৌৰৱৰ।
কৰ্ণ ধনঞ্জয় দুয়ো হুইয়ো একতৰ॥
আপোনাৰ ছয় ভাই সহিতে তুৰিত।
কৌৰৱৰ ৰাজ্য লৈয়ো পাণ্ডৱে সহিত॥৮২৪
কৰ্ণ ধনঞ্জয় প্ৰকাশিয়ো এক হুই।
বৃষ্ণিবংশে যেন কৃষ্ণ বলভদ্ৰ দুই॥

পাঞ্চ ভাই সমে প্ৰকাশিয়ো মহাবল।
ত্ৰহ্মায়ে সহিতে যেন দেৱতা সকল ॥৮২৫
হৃদয় জুৰাউক কৰ্ণ মাতৃ বোল মোক।
সুত পুত্ৰ হেন লোকে নোবোলোক তোক ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয়।
কৰ্ণক সম্বুধি কুন্তী তথাতে আছয় ॥৮২৬
আকাশত বহিয়া দেখিলা দিবাকৰে।
জানো কৰ্ণে জননীৰ বচন নকৰে ॥
এহি মনে গুণি শাত্ৰ বেগে লৰি গৈলা।
কৰ্ণৰ আগত সূৰ্য্য উপস্থিত ভৈলা ।৮২৭
কৰ্ণে দেখে দিবাকৰ সাক্ষাতে আসিলা।
পিতৃ বুলি নমি দুই পাৱত বন্দিলা ॥
কৰযোড় কৰি উঠি ৰহিলেক কৰ্ণ।
হেন দেখি দিবাকৰে বুলিলা বচন ॥৮২৮
আদিত্য বদতি কৰ্ণ ত্ৰিভুবনে সাৰ।
কুন্তীক জানিবি নিজ জননী তোমাৰ ॥
তোমাৰ জনক পিতৃ চিনিবি আমাক।
কুন্তী যি বোলয় কিয় নকৰসি তাক ॥৮২৯
ভাল বোলে কুন্তী তোক চাও মনে গুণি।
পাণ্ডৱৰ ঠানে ৰাজা হুয়োক আপুনি ॥

অখণ্ড নৃপতি হোয়া ধৰণী মণ্ডলে।
কৌৰৱক তোমাৰ সেবিবে কোন ফলে ॥৮৩০
ভাল বোলে কুন্তীয়ো বিলম্ব কিকাৰণ।
এখনে চলিয়ো বাপু পাণ্ডৱৰ ঠান ॥
শী ঘ্ৰ সঙ্গ তেজিয়োক কৌৰব শৃগাল।
পাণ্ডৱৰ ঠানত তোমাৰ হুইবে ভাল ॥৮৩১
বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয়।
এহি বুলি মৌন ভৈলা সূৰ্য্য মহাশয় ॥
কুন্তীয়ো কৰ্ণক বুলিলেক যত মানে।
শুনি মনে মনে গুণি আছিলেক কৰ্ণে ॥৮ ২
দুহান্তৰ বাক্য কৰ্ণ অনেক গুণিলা।
নিজ সত্য হন্তে অনুমাত্ৰো নলৰিলা ॥
কৰ্ণে বোলে ৰাজ মাতা নুবুলিবা আৰ।
যি বেলা জন্মিলা মই গৰ্ভত তোমাৰ ॥৮৩৩
সি বেলা নুভুলি মোক ধৰ্ম্ম পথ চাই।
মৰিবাক মনে কিয় পেলাইলা উটাই ॥
কন্যা হুয়া নুগুণিলা কৰিলাহা পাপ।
মোহোক তেজিয়া কেনে কৰাহা সন্তাপ ॥৮৩৪
মাতৃ হুইয়া তুমি মোত নিদাৰুণ ভৈলা।
শত্ৰুৰ পুত্ৰক যেন জলত উটাইলা ॥

তযু গৃহে যাইবো যদি সুগুণি মনত।
তেবে মোৰ কুযশ ৰহিবে জগতত ॥৮৩৫
তযু গৃহে ক্ষত্রিয় কুলত জন্ম ভৈলো।
তোমাৰ নিমিত্তে মই জাতি হেকয়াইলো॥
বৈশ্য জাতি ভৈলো অধিৰথি পিতৃ সাৰ।
জাত কৰ্ম্ম নামকৰ্ম্ম কৰিলা আমাৰ ॥৮৩৬
মাতৃয়ে তেজিলে শক্র তুলিলেক পাই।
পিতৃ মাতৃ অনুবন্ধ তাসম্বাৰ নাই॥
যদি পুত্র বুলি তুমি হিত মানা মনে।
তেবে এতকালে মোক চিনা নেদা কেনে ॥৮৩৭
এবে চিনা দিয়া আপোনাৰ হিত মানি।
জানো কৰ্ণে মাৰে মোৰ পুত্র পাঞ্চ খানি॥
একেশ্বৰ কৰিয়া স্রজিলে বিধতাই।
এতকাল বহিগৈলা নাই বন্ধু ভাই ॥৮৩৮
এবে ভাই চিনাই আতি ভৈলা যুদ্ধ কাল।
ইকথা শুনিয়া কোনে বুলিবেক ভাল॥
সমৰক আমাৰ কৰিবে পৰিত্রাণ।
দোৰ্য্যোধনে পুজে মোৰ বাহু দুই খান ॥৮৩৯
আমাত ভাৰষা কৰি কৌৰৱ সকল।
পাণ্ডবক জিনিবাক অসংখ্যাত বল॥

এবে পাণ্ডৱৰ ঠানে দেখি সৰ্ব্বলোক ।
দোৰ্য্যোধন ৰাজা শুনি কি বুলিবে মোক ॥৮৪০
অধিৰথি পিতৃ মোক হাবিয়াস সতী ।
মোৰ পুত্ৰ বুলি স্নেহে তুলিলন্ত আতি ॥
এতেকেসে দুঃখ পাইল তোলন্তে আমাক ।
ফল কালে এবে কেনে এৰিবোঁ তাৰাক ।৮৪১
এতেকে যে তযু বাক্য নপশয় কাণে ।
আন যিবা লাগে মানে খুজিয়ো আপোনে ॥
সৰ্ব্বলোকে জানে যেন কৰ্ণ মহাবীৰ ।
ত্ৰিভুবনে পৰাক্ৰমী বচন সুথিৰ ।৮৪২
মই যদি সত্য এৰি যাওঁ তযু পাশ ।
তেবে আৰো লোকে কাত কৰিবে বিশ্বাস ॥
তুমি সম অসতী যতেক কন্যাচয় ।
পুত্ৰ উপৰ্জ্জিয়া কৰে কলঙ্কক ভয় ॥৮৪৩
সত্য এৰি যাওঁ যদি তযু গৃহ লাগি ।
মই তেবে ভৈলো তেসম্বাৰ বধ ভাগি ॥
তোলনীয়া পুত্ৰ কেৱে নুতুলিবে আৰ ।
মোক দেখি সকলে কৰিবে পৰিহাৰ ।৮৪৪
এতেকে নকৰো মাতৃ বচন তোমাৰ ।
যত বল আছে দেখা শৰীৰে আমাৰ ॥

প্ৰাণ পৰিশ্ৰমে মই অৰ্থে কৌৰৱৰ।
তযু পুত্ৰ গণ সমে কৰিবো সমৰ ॥৮৪৫
আৰো এক কথা কহো শুনা কুন্তী আই;
পুত্ৰ ৰক্ষা নিমিত্তে আসিছা মোৰ ঠাই ॥
কৰ্ণ মহাদানীৰ পাশক যিটো যাই।
কদাচিতো জানিবা তাহাৰ ব্যৰ্থ নাই ।৮৪৬
কৰ্ণ মহা দানীৰ অদেয় নাহি জানি।
পাঞ্চ পুত্ৰ দান দিলো লৈযোক গোসানী ॥
কুন্তী বোলে বাপু যে অক্ষয় হৌক কাই।
আজিসে জন্মিল পাঞ্চ পুত্ৰ মোৰ ঠাই ।৮৪৭
যুদ্ধে নমাৰিলি মোৰ পাঞ্চুটি তনয়।
পুনু সত্য কৰি বোল নথবি সংশয় ॥
কৰ্ণে বোলে কুন্তী আবে কথা কহো সাৰ।
মই সমে লেখি পাঞ্চ তনয় তোমাৰ ॥৮৪৮
নকুল সহদেৱ ভীম যুধিষ্ঠিৰ চাৰি।
নমাৰিবো তাৰাক যুদ্ধত বলে পাৰি ॥
মধ্যম তোমাৰ পুত্ৰ বীৰ ধনঞ্জয়।
তাক পাইলে পুনু ক্ষমা নকৰিবো মই ॥৮৪৯
যদ্যপি অৰ্জ্জুনে মোক কৰয় সংহাৰ।
ধনঞ্জয় সমে পাঞ্চ তনয় তোমাৰ ॥

যদি ঘোৰ ৰণে অৰ্জ্জুনক মাৰো মই ।
তেবে আমি সমে পাঞ্চ তোমাৰ তনয় ॥৮৫০
কুন্তী শুনিলেক যেবে কৰ্ণৰ বচন ।
কৰ্ণক প্ৰশংসি গৈলা আপোন ভবন ॥
দিবাকৰো তৈতে পাছে অন্তৰ্ধ্যান ভৈলা ।
অনন্তৰে কৰ্ণো নিজ স্থানে চলি গৈলা ॥৮৫১
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
আত অনন্তৰে কথা শুনা পাণ্ডৱৰ ॥
কৌৰৱৰ কথাক কহিলা নাৰায়ণে ।
যুদ্ধ বিনা ৰাজ্য নেদে দুষ্ট দোৰ্য্যোধনে ॥৮৫২
একমনে শুনি আছে ৰাজা যুধিষ্ঠিৰ ।
শুনি সহদেৱৰ যে কম্পয় শৰীৰ ॥
মহাক্ৰোধে উঠি ৰাজা সকলৰ আগে ।
সহদেৱ ভীমক মাতিলা বৰ ৰাগে ॥৮৫৩
শুনা ভীম দদা পাসৰিলা আৰু বাৰ ।
কৌৰবে কৰিছে আমাক যতেক নিকাৰ ॥
বনবাস দুঃখক স্মৰন্তে ফুটে প্ৰাণ ।
সবে পাশৰিলা মৎস্য নৃপতিৰ ঠান ॥৮৫৪
সহদেব বীৰৰ বচন হেন শুনি ।
অনন্তৰে যুধিষ্ঠিৰে বুলিলন্ত বাণি ॥

যুধিষ্ঠিৰ বদতি শুনিয়ো নাৰায়ণ।
ৰাজাগণ শুনিবাহা আমাৰ বচন ॥৮৫৫
কৌৰবে দিলেক যেন বনবাস ক্লেশ।
আদি অন্তে মই তাক সহিলো নিশেষ ॥
কৃষ্ণক পঠাইলো মই ৰাজ্য খুজিবাক।
শুনিলাহা দোৰ্য্যোধন নেদিলাহা তাক ॥৮৫৬
আবে মোৰ দোষ নাই তুমি সবে সাখি।
ৰাজ্য নেদি পাপিষ্ঠে খাইলেক দুই আখি ॥
ঘোৰ সমৰত সংহাৰিবো কুৰু গণ।
কৈৰা ভীম ধনঞ্জয় শুনিয়ো বচন ॥৮৫৭
হস্তী ঘোৰা জাণ্টে আন কটক জড়াই।
ৰাজাগণ তুৰিতে মিলোক এক ঠাই ॥
আৰো এক কথা কহো শুনিয়ো যুগুতি।
সমৰত কাহাক পাতিবো সেনাপতি ॥৮৫৮
সোমক পাঞ্চাল মৎস্য ত্ৰিভুবনে সাৰ।
তোৰা চাৰি ভাই আৰো নৃপতি অপাৰ ॥
সবে মহা পৰাক্ৰমী বিপুল শকতি।
আলোচিয়া কাহাক পাতিবা সেনাপতি ॥৮৫৯
বৈশম্পায়ণ বদতি শুনিয়ো নৰেশ্বৰ।
প্ৰথমতে সহদেব দিলন্ত উত্তৰ ॥

সহদেৱে বোলে দদা শুনা কহো সাৰ ।
মহা পৰাক্ৰমী ৰাজা বিৰাট আমাৰ ॥৮৬০
অন্নে পানে পুষিলেক পুত্ৰবত কৰি ।
বৰিষেক সুখে আছো ইহাৰ নগৰি ॥
জানে নানাবিধ যুদ্ধ ধৰ্ম্মবন্ত আতি ।
মোৰ মনে ইহাঙ্ক পাতিয়ো সেনাপতি ॥৮৬১
নকুল বদতি দদা শুনা যুধিষ্ঠিৰ ।
পৰাক্ৰমী প্ৰচণ্ড দ্ৰোপদ মহাবীৰ ॥
কন্যাদাতা পিতৃ হোৱে শ্বশুৰ আমাৰ ।
পাণ্ডু পিতৃ সম হিত চিন্তন্ত আমাৰ ।৮৬২
শিষ্য ভৰদ্বাজৰ যে যুদ্ধত নিপুন ।
মোৰমুখে তাহান বৰ্ণাইবো কতগুণ ॥
সৰ্ব্বকালে জানো গুৰু দ্ৰোণ সমে নাটে ।
ঘোৰ সমৰত পাইলে দুইকো দুয়ো কাটে ॥৮৬৩
একশত পুত্ৰ যাৰ বিপুল শকতি ।
মোৰ মনে তাহাক পাতিয়ো সেনাপতি ॥
ধনঞ্জয় বদতি শুনিয়ো যুধিষ্ঠিৰ ।
পৰম দৰ্পিষ্ঠ ধৃষ্টদ্যুম্ন মহাবীৰ ।৮৬৪
দ্ৰোণ বধিবাৰ হেতু জানে ত্ৰিভুবনে ।
অগ্নিৰ কুণ্ডৰ হন্তে ভৈলা উতপন্নে ॥

যাক ভয়ে গুৰু দ্ৰোণ কম্পিত শৰীৰ।
সেনাপতি হৌক ধৃষ্টদ্যুম্ন মাহাবীৰ ॥৮৬৫
ভীমে বোলে শিখণ্ডীক কৰা সেনাপতি।
ভীষ্মক বধিবে প্ৰতি ভৈলা উতপতি ॥
যাক দেখি পিতামহ ভয় কৰে মনে।
বৈদ্যক দেখিলে যেন কাল সৰ্প গণে ॥৮৬৬
মহেশৰ বৰত শিখণ্ডী অনিৰ্ব্বাৰ।
ভীষ্মক বধিয়া কাৰ্য্য সাধিবে আমাৰ ॥
দ্ৰোপদীৰ ভাইযে শিখণ্ডী মহামতি।
মোৰ মনে তাহাঙ্ক পাতিয়ো সেনাপতি ॥৮৬৭
যুধিষ্ঠিৰ বদতি শুনিয়ো নাৰায়ণ।
কি কাৰণে প্ৰভু আবে নোবোলা বচন ॥
ঘোৰ ৰণে কাহাক কৰিবো সেনাপতি।
কোন বলবন্ত মোত কহিয়ে সম্প্ৰতি ॥৮৬৮
সমৰক চলি যাইবো ৰজনী প্ৰসন্নে।
শুভ দিবসত আতি অভিজিত ক্ষেণে ॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
শুনি শুনি আছে ৰাজাগণ নিৰন্তৰ ॥৮৬৯
যুধিষ্ঠিৰ নৃপতিৰ বচন সাদৰি।
অৰ্জ্জুনৰ মুখ চাই মাতিলন্ত হৰি ॥

মাধব বদতি দদা শুনিয়ো বচন।
মহা পৰাক্ৰমী ইটো তযু ৰাজাগণ ॥৮৭০
ত্ৰিভুবনে পৰাক্ৰমী চাৰিয়ো সোদৰ।
কোন ছাৰ কৌৰব পতঙ্গ সমশৰ ॥
একে ধনঞ্জয়ে ত্ৰিভুবন বিনাশিব।
ভীমৰ আগত কোন কৌৰব থাকিব ॥৮৭১
নকুল সহদেব জবঞ্জ দুই ভাই।
যমৰ উপমা যাক পটন্তৰ নাই ॥
ত্ৰিভুবনে পৰাক্ৰমী ধৃষ্টদ্যুম্ন বীৰ।
সাত্যকীৰ আগে কোন জন হুইবে থিৰ ॥৮৭২
অভিমন্যু ভাগিণ আমাৰ সম বলি।
বিৰাটৰ আগে কোনে ধনু লৈবে তুলি ॥
ত্ৰিভুবনে বিজয় বিৰাট মহাৰাই।
শিখণ্ডীৰ যত গুণ কহন নজাই ॥৮৭৩
আনো অসংখ্যাত ৰাজা আসি আছে যত।
এসম্বাৰ আগত কৌৰব তৃনবত ॥
তথাপিতো পোছা যদি সেনাপতি সাৰ।
সাত অক্ষৌহিনী সেনা লেখিলো তোমাৰ ॥ ৭৪
এসম্বাক যুজাইবাক ৰাখিবে সম্প্ৰতি।
সি কাৰণে সাতকো পাতিয়ো সেনাপতি ॥

দ্রোপদ বিৰাট যে সাত্যকী ধনুর্দ্ধৰ।
ধৃষ্টকেতু ৰাজা ধৃষ্টদ্যুম্ন বীৰবৰ ॥৮৭৫
জৰাসন্ধ পুত্র সহদেব মহামতি।
শিখণ্ডি সহিতে এই সাত সেনাপতি ॥
এসম্বাৰ মোক্ষ ধৃষ্টদ্যুম্ন বীৰ লেখি।
সবাৰো পালক ধনঞ্জয় প্ৰাণ সখি ॥৮৭৬
সখিৰ পালক বুলি জানিবা আমাক।
সাৰথি স্বৰূপে বুদ্ধি বলে পাৰো যাক ॥
আৰো এক বচন শুনিয়ো দদা তুমি।
পৰম শোভন কুৰুক্ষেত্র নামে ভূমি।৮৭৭
তথাত সমৰে মৰে যত বীৰগণ।
দিব্য ৰূপে চলি যাই বিষ্ণুৰ ভূবন ॥
তহিকে চলিবা সবে কৌৰৱ সকল।
সেহি ঠানে তুমিয়ো চলিবা মহাবল ॥৮৭৮
বৈসম্পায়ন বদতি শুনিয়ো আতপৰে।
কৃষ্ণৰ বচন শুনিলন্ত যুধিষ্ঠিৰে ॥
কৃষ্ণৰ বচন সাদৰিয়া মহামতি।
সাত নৃপতিক পাতিলন্ত সেনাপতি ॥৮৭৯
সাতকো দিলন্ত দিব্য অলঙ্কাৰ আনি।
দিব্য ৰত্নে পুজিলন্ত বসনে ভূষণি ॥

সবাৰো উপৰে ধনঞ্জয়ক পাতিলা ।
দিব্য ৰত্ন অলঙ্কাৰে শৰীৰ মণ্ডিলা ॥৮৮০
নিজ বাহু মেলি আনি বৈসাইলন্ত কোলে ।
জয়ধ্বনি কৰিলেক নৃপতি সকলে ॥
নকুলে আৰণ তুলি ধৰিলন্ত শিৰে ।
সহদেৱ সাত্যকী বিঞ্চন্ত ধীৰে ধীৰে ॥৮৮১
কৃষ্ণেসে দুৰ্ব্বাক্ষত দিলা বৈজয়ন্তি মালা ।
উঠি উঠি নৃপতি সকলে প্ৰণামিলা ॥
সিবেলাত উৎসব মিলিল বহুতৰ ।
পাঞ্চজন্য শঙ্খ ফুকিলন্ত দামোদৰ ॥৮৮২
অনন্ত বিজয় শঙ্খ বাইলা যুধিষ্ঠিৰে ।
পৌণ্ড্ৰ শঙ্খ ফুকিলন্ত বীৰ বৃকোদৰে ॥
মনি নাম শঙ্খক যে বাইলন্ত নকুলে ।
পুষ্পক শঙ্খক সহদেৱ মহাবলে ॥৮৮৩
মত্ত হস্তীগণে সবে তেজিলে আতাস ।
দুন্দুভিৰ বাদ্যত লাগিল গৰ্ভত্ৰাস ॥
সসৈন্যে জোঝাৰ পাৰে ৰঙ্গ অতিশয় ।
জয় জয় ঘুষিলেক কৃষ্ণ ধনঞ্জয় ॥৮৮৪
মনে গোবিন্দৰ পাৱে কৰিলন্ত নতি ।
আনন্দতে অৰ্জ্জুন ভৈলেক সেনাপতি ॥

দেখি যুধিষ্ঠিৰে আসি সাবটি ধৰিল।
শিৰঘ্ৰাণ কৰি মুখে চুম্বনেক দিল ॥৮৮৫
কোলে কৰি মহা স্নেহে বুলিলন্ত মাতি।
আজি ধৰি তোমাক পাতিলো সেনাপতি ॥
মোৰ অৰ্থে বাপু তই ঘোৰ সমৰত।
দুৰাচাৰ কৌৰব গণক কৰা হত ।৮৮৬
তোকে আদি কৰি বাপু আমি চাৰি ভাই।
যত ৰাজাগণ মানে তোমাৰ সহাই ॥
সবাকো পালিবা তুমি দোৰ্ঘোৰ সমৰে।
ভীষ্ম দ্ৰোণ আদি কৰি বীৰ কৌৰৱৰে ॥৮৮৭
তেসম্বে' তোমাক প্ৰহাৰয় যত মান।
সি দোষত বাপু নকৰিবা অপমান ॥
সুকোমল লৱন্ত পুতলি সম কায়।
ইহাত বিন্ধিবে নিদাৰুণ শৰ ঘায়।৮৮৮
পৰাক্ৰমা দ্ৰোণৰ ত্ৰিশূল সম শৰ।
কৰ্ণৰ বানক স্মৰি কাম্পে কলেবৰ ॥
শুনি মনে ত্ৰাস লাগে ভীষ্মৰ বীৰত্ব।
এত দুঃখ পাইবি মই পাপিষ্ঠৰ হেত ॥৮৮৯
এহি বুলি যুধিষ্ঠিৰে সজল নয়নে।
মাধৱৰ মুখক চাহান্ত ঘনে ঘনে ॥

চাই চাই নৃপতি সকলে প্ৰশংসিলা।
অৰ্জ্জুনক কৃষ্ণৰ হাতত সমৰ্পিলা।৮৯০
কৃষ্ণৰ হাতত অৰ্জ্জুনৰ হাত থৈলা।
কৰযোড়ে যুধিষ্ঠিৰে বুলিবাক লৈলা ॥
জগত তাৰণ নিস্তাৰণ চক্ৰপাণি।
অৰ্জ্জুনক ৰাখিবা সেৱক হেন জানি ॥৮৯১
যদি মোৰ ভক্তি আছে চৰণে তোমাৰ।
কুন্তী আই তুমি বিনে নজানন্ত আৰ ॥
দ্ৰোপদীৰ ভক্তি যদি আছয় তোমাত।
সি কাৰণে বোলো তুষ্ট হোৱা জগন্নাথ ॥৮৯২
কৌৰৱ সমুদ্ৰ ঘোৰ তৰিবাক মনে।
শৰণে পশিলো তুৱা অভয় চৰণে ॥
যত দুঃখ পাইলো বনবাস নিকাৰত।
নকুল সহদেৱে দুঃখ সহিবেক কত ॥৮৯৩
বনে জয়দ্ৰথে দ্ৰোপদীক নিলে হৰি।
বিৰাটৰ গৃহত কীচকে মাৰে ধৰি ॥
সিতো দুঃখ প্ৰভু আবে নিবাৰিবা মনে।
শৰণে পশিলো তুৱা অভয় চৰণে ॥৮৯৪ ॥
মাধৱ বাতি দদা সুহিবা বিকল।
ত্ৰিভুবনে বিজয় অৰ্জ্জুন মহাবল ॥

যাক ভৱে কৌৰৱৰ ৰাত্ৰি নিদ্ৰা নাই।
পৰ্ব্বতো ভেদিব পাৰে একো শৰ ঘাই ॥৮৯৫
নপাৰি গণিবে সমুদ্ৰৰ যেন জল।
নাহি সীমা সংখ্যা যত অৰ্জ্জুনৰ বল ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয়।
শুনি ৰঙ্গ ভৈলা যুধিষ্ঠিৰ মহাশয়।৮৯৬
নৃপতি গণক আদেশিলা মহাবল।
কুৰুক্ষেত্ৰ সমৰভূমিক লাগি চল ॥
যাত্ৰা কৰি যুধিষ্ঠিৰে ধৰিলন্ত দিশ।
দেখি ৰাজা গণত লাগিল উসমিস ॥৮৯৭
নমো নমো নাৰায়ণ নিত্য নিৰঞ্জন।
ব্ৰহ্মা হৰে চিন্তে যাৰ অৰুণ চৰণ ॥
শুনিয়োক প্ৰভু মই পাতকী দুৰ্জ্জন।
তুমি সম উদ্ধাৰক নাহি ত্ৰিভুবন ॥৮৯৮
এহি মানে আশা কৰি পশিলো শৰণে।
এবে তযু যেন ইচ্ছা আপোনাৰ মনে ॥
কহে ৰাম সৰস্বতী এৰি আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥৮৯৯

---

## দুলড়ি ।

নমো নাৰায়ণ, জগত কাৰণ,
পুৰাণ পুৰুষ হৰি ।
তোমাৰ চৰণে, পশিলো শৰণে,
নিয়োক নাথ উদ্ধাৰি ॥
যুধিষ্ঠিৰ ৰাই, শুভক্ষণ চাই,
যাত্ৰা লৈয়া শুভ দিনে ।
ধৌম্যে অগ্নি জালি, দিলা ঘিউ ঢালি,
ৰাজাৰ জয়ক মনে ॥৯০০
সঙ্গে চাৰি ভাই, যুধিষ্ঠিৰ ৰাই,
বিপ্ৰৰ নমি চৰণে ।
যুদ্ধ কাচে কাচি, ৰথে চৰি পাচে,
চলি গৈলা তেতিক্ষণে ॥
গাণ্ডীব ধনুক, অৰ্জ্জুনে ধৰিলা,
পিঠিত অক্ষয় টোন ।
মাধবে আনিয়া, ৰথ যোগাইলন্ত,
চলিলা বীৰ অৰ্জ্জুন ॥৯০১

শকটে শকটে, অস্ত্র শস্ত্র লৈলা,
ভণ্ডাৰে ভণ্ডাৰে তুলি।
অসংখ্য কমাৰ, সুতাৰ লৰিল,
সমৰ ভুমিক বুলি ॥
দ্রোপদী সুভদ্রা, তেসম্বো চলিলা,
উত্তম শকটে চৰি।
নাই সীমা যত, দাসী অসংখ্যাত,
চৌভিতি যাই আবৰি ॥৯০২
যত বিপ্র গণ, তেসম্বো চলিলা,
যুদ্ধ চাহিবাক মনে।
প্রজাৰ গিৰত, দল দোপ-ভুমি,
ফাট দেই ঘনে ঘনে ॥
অসংখ্যাত ৰাজা, তেসম্বো চলিলা,
সসৈন্যে কৰি আন্দোল।
সমুদ্রৰ ঢেউ, সদৃশ আস্ফাল,
সুশুনয় মাত বোল ॥৯০৩
উট ঘোৰে কেহো, বীৰ চলি গৈল,
মহীষ বৰাহে চৰি।
অসংখ্যাত বৈদ্য, তেসম্বো চলিলা,
বিশল্য কৰণি ধৰি ॥

চাৰি যে অযুত, ৰথ চলি গৈলা,
ছয় যে অযুত হাতী ।
কুৰি যে অযুত, ঘোৰা চলি গৈলা,
বাছি লাত কৰি বাছি ॥৯০৪
প্ৰজাৰ আন্দোলে, পাৱৰ ধুলায়ে,
কুৱা ময় দশো দিশ ।
অল্প নদী নদ, নামন্তে শুখাই,
নজানি দিশ বিদিশ ॥
হস্তীৰ আটাসে, কাণ ফাটি যাই,
পৃথিবী মেলয় ফাট ।
তৰু তৃণ ভাঙ্গি, পথ কৰি নেই,
মদে পঙ্ক ভৈল বাট ॥৯০৫
শৈন্ধৱ ঘোড়াক, মাহুতে ডাকন্ত,
মুখে ধৰি বাঘ জৰি ।
খড়্গ দুই হাতে, বিজুলি সাক্ষাতে,
যেন দেখি যাই উৰি ॥
প্ৰজাৰ গিৰত, দল দোপ কৰে,
সসাগৰা বসুমতী ।
যেন ভৰা নাৱ, গোটে তল যাই,
সমুদ্ৰ মধ্যত আতি ॥৯০৬

যোলে দেৱগণে, পাণ্ডু সৈন্য ভৰে,
পৃথিৱী তলক যাই।
কুৰু সৈন্য গণে, একত্ৰ মিলিলে,
কি মতে সহিবা আই ॥
ব্ৰহ্মায়ে দেখিয়া, কৌতুক কৰন্ত,
পাণ্ডৱ চলিলা ৰণে।
আজি সে জানিলো, পৃথিবীৰ ভাৰ,
সংহৰিবে নাৰায়ণে ॥৯০৭
মধ্যত যে চলে, ৰাজা যুধিষ্ঠিৰ,
শ্বেত যে চামৰে ঢুলে।
অসংখ্যাত পাত্ৰ, মন্ত্ৰী বেঢ়ি যাই,
দেখন্তে আনন্দ মিলে ॥
তান আগে যাই, বীৰ বৃকোদৰ,
ভয়ঙ্কৰ গদা ডাঙ্গি।
হস্তীয়ূথ সমে, মহা পৰাক্ৰমে,
চমু কৰি পথ ভাঙ্গি ॥৯০৮
তান পাছে যাই, বীৰ ধনঞ্জয়,
নৃপতি সব যোগানে।
ৰথৰ আগত, সাক্ষাতে মাধৱ,
প্ৰকাশন্ত বিদ্যমানে ॥

এহিমতে গৈয়া, ৰাজা যুধিষ্ঠিৰে,
কুৰুক্ষেত্ৰ গৈই পাইলা।
কৃষ্ণৰ আদেশে, জাহ্নবীৰ তীৰে,
সৈন্যক সবে ৰসাইলা ॥৯০৯
সাগৰ সঙ্কাশ, সৈন্য গণ ৰইল,
অসংখ্যাত পথ যুৰি।
ৰাজাৰ আবাস, মাজত কৰিলা,
হস্তী শালা আগকৰি ॥
তাৰ চাৰি পাশে, অশ্বশালা পাতি,
কৰিলা গড় নিৰ্ম্মাণ।
তাৰ চাৰি পাশে, ৰাজা গণ মানে,
দ্বাৰি থৈলা ঠানে ঠানে ॥৯১০
তাৰ চাৰি পাশে, ৰক্ষা গড় দিলা,
মন্দিৰ সাজিয়া বৈল।
অসংখ্য কুমাৰ, এক সাজু হুইয়া,
শৰ গঢ়িবাক লৈল ॥
দ্ৰোপদী প্ৰমুখ্যে, যত কন্যাগণ,
পশিলন্ত অভ্যন্তৰ।
পাঞ্চ গৃহে পাঞ্চ, পাণ্ডৱ ৰহিলা,
এক গৃহে দামোদৰ ॥৯১১

কৃষ্ণৰ লগত, সাত্যকি ৰহিলা,
দাৰুক সহিতে আসি।
ৰাজাৰ আদেশে, সমৰ ভুমিক,
দৃষ্টদ্যুম্ন ফুৰে চাহি ॥
গঙ্গাৰ তীৰত, মৈদাম কৰিলা,
দশ প্ৰহৰৰ পথ।
দেখি দেৱ হৰি, অৰ্জ্জুনে সহিতে,
কৌতুক ভৈলা মনত ॥৯১২
ৰাম সৰস্বতী, বোলে অজ্ঞ মতি,
মাধৱ নৱ নাগৰ।
ভক্তি ধনে কিনি, নিয়োক আপুনি,
উদ্ধাৰিয়া গদাধৰ ॥
শুনা সভাসদ, তেজিয়ো প্ৰমাদ,
বৈকুণ্ঠৰ যাৰ মন ॥
আপুনিয়ো তৰা পুৰুষ উদ্ধাৰা,
বোলা ৰাম নাৰায়ণ ॥৯১৩



## পদ।

বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
সমৰক মনে ৰহিলেক যুধিষ্ঠিৰ॥
চৰ মুখে ৰাজা দোৰ্য্যোধনে বাৰ্ত্তা পাইল।
তেতিক্ষণে ৰাজাগণ মতাইয়া অনাইল ॥৯১৪
কৰ্ণ দুশাসন যে শকুনি আদি যত।
ভীষ্ম দ্ৰোণ সমস্তে বসিলা সমাজত॥
মধ্য ধৃতৰাষ্ট্ৰ ৰাজা প্ৰকাশন্ত আতি।
সমীপে বিদুৰ আছা ব্যাসৰ সন্ততি ॥৯১৫
আনো অসংখ্যাত ৰাজা বেঢ়ি.ছ সভাক।
সবাকে সম্বোধি দোৰ্য্যোধনে বোলে বাক॥
দোৰ্য্যোধন বদতি শুনিয়ো ৰাজাগণ।
পাণ্ডৱ আসিলা শুনো সমৰক মন ॥৯১৬
সমদলে দেশ জুৰি কুৰুক্ষেত্ৰে চাপি।
ৰণ ভূমি কৰি তাতে ৰহিল বিয়াপি॥
যত মহাবীৰ আছে বৃকোদৰ অৰি।
নকুল সহদেব ধনঞ্জয় প্ৰাণ বৈৰী ৯১৭
তথাপিতো অনুমাত্ৰো নকৰিবা ভয়।
ঝাস্তে কুৰুক্ষেত্ৰেক চলায়ো সেনাচয়॥

আগহুই চলা মোৰ ভ্ৰাতৃ দুঃশাসন।
কুৰুক্ষেত্ৰে গৃহ সজায়োক বিতোপন ॥৯১৮
উত্তম দিবসে কালি চলি যাইবোঁ আমি।
বৈৰী বিনাশিলে পাইবো অকণ্টকা ভূমি ॥
বাহুবলে পিতামহে জগত জিনিলা।
দ্ৰোণৰ বীৰত সুৰাসুৰে প্ৰশংসিলা ॥৯১৯
ত্ৰিভুবনে পৰাক্ৰমী কৰ্ণ মহাবল।
সমৰক মনে সমদল কালি চল ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয়।
এহিবুলি দোৰ্য্যোধন ৰাজা আদেশয় ॥৯২০
শুনি ধৃতৰাষ্ট্ৰৰ যুদ্ধক মন ভৈলা।
বিদুৰক মাতি ৰাজা বুলিবাক লৈলা ॥
ধৃতৰাষ্ট্ৰে বোলে বাপু শুনিয়ো বিদুৰ।
নানাবিধ যুদ্ধ তই জানস প্ৰচুৰ ॥৯২১
দেবতাৰ অসুৰৰ যুদ্ধক জানস।
যি মতে যুজয় যক্ষ গন্ধৰ্ব্ব ৰাক্ষস ॥
যি মতে পিশাচে যুজে গুহ্যক সকল।
কৌৰবক তাকে শিখায়োক মহাবল ॥৯২২
সমৰক চলি যাউক কহিয়ো মন্ত্ৰণা।
পাণ্ডৱক নিজিনিব উপায়ত বিনা ॥

বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
হেন শুনি মহাশোক ভৈল বিদুৰৰ ॥৯২৩
চাই চাই আছে লোক যত সমজ্যাৰ।
নকান্দন্তে বিদুৰৰ বহে লোহ ধাৰ ॥
মনত বোলন্ত কিনো অদভুত হৰি।
কৌৰৱক মায়ায়ে বান্ধিল জড় কৰি ॥৯২৪
সুহিকি কৃষ্ণৰ বল সাক্ষাতে দেখি।
তথাপিতো কি কাৰণে খাইলে দুই আখি ॥
কালে গ্রাসিলেক পাপী কৌৰৱ সকল।
দেখিয়ো নেদেখে পাপী মাধৱৰ বল ॥৯২৫
জানিলোহো সমস্তে কৌৰব হুইবে ঠাই।
ইহাক স্মৰন্তে মোৰ প্ৰাণ ফুটি যাই ॥
এহি বুলি নিশ্বাস তেজিলা অনন্তৰে।
ধৃতৰাষ্ট্ৰ ৰাজাক মতিলা ধীৰে ধীৰে ॥৯২৬
শুনা দদা যদি শুভ ইচ্ছা কৰা মনে।
প্ৰাণে যদি জীৱা সবান্ধৱে কুৰুগণে ॥
তযু ঘোৰ অপৰাধ আছা বাট চাই।
এভো পাণ্ডৱক ৰাজ্য দিবাক যুৱাই ॥৯২৭
আৰু এক কথা কহো শুনিয়ো যুগুতি।
তাৰে ৰাজ্য দিবে নপাৰিবা মহামতি ॥

যাৱদেকে সুবুদ্ধি দদা নকৰে তোমাৰ।
যাৱে দোষ গোটক নকৰা পৰিহাৰ ॥৯২৮
নিচিনা দোষক যদি চিনায়ো সম্প্ৰতি।
তোমাৰ ঘৰতে দোষ ভৈল উতপতি ॥
বৰ পুত্ৰ বুলি যাক মানিয়াছা সাৰ।
পুত্ৰ নুহি দদা সেই দোষৰ ভাণ্ডাৰ ॥৯২৯
ইটো কথা দদা তুমি মনে গুণি চাৱ।
ওপজন্তে কাঢ়িলেক গৰ্দ্দভৰ ৰাৱ ॥
কৃষ্ণত বিমুখ ইটো দুৰাচাৰ পাপ।
বংশক বিনাশি ইটো কৰাইবে সন্তাপ ॥৯৩০
কুল ৰক্ষা হেতু ইটো শৃগালক এৰি।
সিংহ সম পাণ্ডৱক আনিয়ো সাদৰি ॥
কাকক এৰিলে দদা ময়ূৰক পাই।
আকে জানি পাপিষ্ঠক খেদাইবে যুৱাই ॥৯৩১
দুষ্টগণ সহিতে একত্ৰ কৰি মিলি।
পাপিষ্ঠক খেদা আক দেশৰ নিকালি ॥
যদি তুমি স্নেহে লাগি নপাৰাহা তাক।
তেৱে অৰ্জ্জুনৰ হাতে বন্ধায়ো ইহাক ॥৮৩২
অৰ্জ্জুনৰ হাতত কপট হোক ঠাই।
লঘুকৰি খেদা আক দেশৰ ভৃকাই ॥

পাণ্ডৱে সহিতে ৰাজ্য ভুঞ্জা মহাভাগ।
তেবে তুমি কৃষ্ণক হাততে পাইবা লাগ ॥৯৩৩
অন্যথা সহায় যদি হোৱে দেৱগণ ।
তথাপিতো যুদ্ধত সবংশে হুইবা ছন্ন ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয।
হেন শুনি দোৰ্য্যোধনে ক্ৰোধত কাম্পয় ॥৯৩৪
দুই চক্ষু ক্ৰোধত ৰাতুল বৰ্ণ ভৈল।
মহাক্ৰোধে বিদুৰক বুলিবাক লৈল ॥
শুন আৰে দুৰাচাৰ দাসীৰ সন্ততি।
কি কাৰণে আমাক নিন্দস মন্দমতি ॥৯৩৫
মোৰ ভাতে পুষ্ট ভৈলি জীৱ মোৰ অন্নে।
আমাক নিন্দস তই অধম দুৰ্জ্জনে ॥
কাকে যেন জীৱন্ত পাতৰ ভাত খাই।
অধম দুৰ্জ্জন কাকে তাকে ফালি যাই ॥৯৩৬
পাসৰিলি তই আৰে আপোনাৰ জাতি।
আমাঠেৰ দাসীৰ গৰ্ভত উতপত্তি ॥
ৰাজাৰ সোদৰ বোলাই ফুৰ মোৰ ঘৰে।
নীচে বৰ ভৈলে দেখোঁ জাতিকো পাসৰে ॥৯৩৭
শুন আৰে স্নুদ্ৰ জাতি অধম পামৰ।
কৌৰৱৰ খাইয়া পাণ্ডৱক কৰা বৰ ॥

এহি মতে বাৰম্বাৰ নিন্দি যত যত।
সেৱকৰ দোষ গুণ নধৰো মনত।৯:৮
কি কাৰণে নিন্দস কাহাত গহ পাই।
কৈৰা কৰ্ণ দুঃশাসন কিবা আছা চাই॥
শ্মশান সদৃশ দেখিবাক অমঙ্গল।
ঝাণ্ট কৰি পাপিষ্ঠক দেশৰ নিকাল॥৯৩৯
প্ৰাণ লৈয়া যাউক দেখন্তোক সামৰাজ।
গলদঙ্গা দিয়া কৰ নগৰৰ বাজ॥
অধিক যে শাস্তি আৰ ক্ষেমিলো আছোক।
এবে আঁক আসি আজি পাণ্ডবে ৰাখোক॥৯৪০
খেদ খেদ বুলি ক্ৰোধে কাম্পে দোৰ্য্যোধন।
শুনি কাছি উঠিলেক কৰ্ণ দুঃশাসন॥
বৈসম্পায়ন বদতি শুনিয়ো নৰপতি।
দোৰ্য্যোধনৰ গালি শুনি বিদুৰ সুমতি॥৯৪১
তিৰস্কাৰ শুনি আতি অসন্তোষ বৰ।
ধাৰাসাৰে লোটক বহয়ে নয়নৰ॥
আৰো বোলে ঢঙ্কাই কৰ নগৰ বাহিৰ।
শুনি বিদুৰৰ শোকে নসহে শৰীৰ॥৯৪২
দেখন্ত ঢঙ্কাইবে আসে কৰ্ণ দুঃশাসন।
ঘনে ঘনে ছান্ত জ্যেষ্ঠ ভ্ৰাতৃৰ বদন॥

দেখিলন্ত ধৃতৰাষ্ট্রে নামাতন্ত তাত ।
অধিক লাগিল আৰো মনত বিচাট ॥৯৪৩
বিদুৰে বোলন্ত বিধি মোৰ সুপ্রসন্ন ।
ভাল ভৈল নেদেখিবো তোৰাৰ মৰণ ॥
আজিসে আমাৰ স্নেহ গুচালি মনৰ ।
গালি পাৰি অধিক কৰিলি কৃপা বৰ ॥৯৪৪
বিদুৰ দুৰ্জ্জন গুচো দেশৰ নিকালি ।
কুশলে থাকিবা বাপু পাত্র মন্ত্রী মিলি ॥
এহি বুলি বিদুৰ উঠিলা আসনৰ ।
ধৃতৰাষ্ট্র ৰাজাক নমিলা জানুশিৰ ॥৯৪৫
তনয়ক ভয়ে ৰাজা নেদিলে উত্তৰ ।
ধাৰাসাৰে লোটক বহয় নয়নৰ ॥
তথা হন্তে উঠি যাই নমিলা ভীষ্মক ।
দেখি ভীষ্ম উঠি সাৱটিলা বিদুৰক ॥৯৪৬
কান্দন্তে কান্দন্তে পাছে দিলা সমিধান ।
কৈক এৰি যাহা যে বিদুৰ মোৰ প্রাণ ॥
বিদুৰ বদতি পিতৃ পালিলা পুষিলা ।
সুজিবে নপাৰো স্নেহ যতেক কৰিলা ॥৯৪৭
ইজন্মক লাগি মই দেখিলো নয়নে ।
বিদায় কৰিলো প্রভু তোমাৰ চৰণে ॥

শুনি সমজ্যাত বৰ উঠিল ক্রন্দন।
দ্রোণেও কান্দয় ধৰি নসহয় মন ॥৯৪৮
অভ্যন্তৰে নাৰীৰ ক্রন্দন ৰোল ভৈল।
মহাশোকে গান্ধাৰীয়ো কান্দিবাক লৈল ॥
বিদুৰ বিয়োগ দুঃখে অনেক কান্দিলা।
বিদুৰেও উঠি যাই দ্রোণক নমিলা ॥৯৪৯
বিদুৰে তেজন্ত দেখি ফুটি যাই প্রাণ।
কান্দন্তে ৰহিলা দ্রোণ নেদি সমিধান ॥
গান্ধাৰী সহিতে ভিতৰৰ যত নাৰী।
কান্দন্তে বিদুৰে বেঢ়িলেক শাৰী শাৰী ॥৯৫০
বিদুৰৰ মুখ চাহি বোলে নাৰী গণে।
কি দোষে ইহাক খেদে ৰাজা দোৰ্য্যোধনে।
ধৃতৰাষ্ট্র নৃপতিৰ প্রাণ এৰে সৰি।
আক খেদি নৃপতি জীৱন্ত কেন কৰি ॥৯৫১
ভৈল স্ববুদ্ধি ইটো দোৰ্য্যোধন পাপ।
পাণ্ডবক খেদি দিলা হৃদয়ে সন্তাপ ॥
ধৃতৰাষ্ট্র নৃপতিৰ বিদুৰেসে আখি।
আক খেদি বৃদ্ধগণে আছে কিবা দেখি ॥৯৫২
আজিসে শ্মশান ভৈল আমাৰ নগৰি।
কি দেখিয়া লোকে বঞ্চিবেক ইতো পুৰি ॥

এহিবুলি লোকে শোক কৰে নিৰন্তৰে।
সেহি বেলা গাৱ চালি উঠিলা বিদুৰে ॥৯৫৩
বাহ্লিক কৃপক অশ্বত্থামাক আশ্বাসি।
কৰযোড়ে সমজ্যা গণৰ মুখ চাহি ॥
সকল সমাজে কান্দে আৰ্ত্তৰাৱ শোকে।
থানিতেক ৰহ নেত্ৰ ভৰি চাহোঁ তোকে ॥৯৫৪
সমৰত হুইবে জানো আমাৰ মৰণ।
ইজন্মক লাগি দেখো তোমাৰ বদন ॥
ৰহ ৰহ বুলি প্ৰজাগণে পাৰে গেৰি।
হেন দেখি বিদুৰে মনত দুঃখ কৰি ॥৯৫৫
পাচে পশিলন্ত গৈয়া আপোন ভবন।
সি ঠানত কুন্তী যাই ভৈলা দৰিশন ॥
মহাশোকে বিদুৰে কহিবে নপাৰন্ত।
হেন দেখি কুন্তী বিদুৰত পুছিলন্ত ॥৯৫৬
আজি দেখো বাপু তুমি সত্বৰে আসিলা।
ৰাজ সমাজত কিবা আথান্তৰ ভৈলা ॥
কি কাৰ্য্য মিলিল আসি সভাৰ ভিতৰ।
কি পুছিলে ৰাজা মোত কহিয়ো সত্বৰ ॥৯৫৭
কি কাৰণে কান্দহা নয়নে বহে জল।
শুনিয়া বিদুৰে কথা কহিলা সকল ॥

দেশৰ ডাকিয়া মোক থেদে দোৰ্য্যোধন।
বিদায় কৰিলো মাত্ৰ তোমাৰ চৰণ ॥৯৫৮
মোত থাকি তযু অসন্তোষ নুযুৱাই।
অলপতে পাণ্ডৱ আসিব এহি ঠাই ॥
সমৰত সংহাৰিবা যত কুৰু বীৰ।
হস্তীনাপুৰত ৰাজা হুইব যুধিষ্ঠিৰ ॥৯৫৯
শুনিয়া কুন্তীৰ যে অধিক স্নেহ ভৈলা।
মহা দুঃখে গোসানীয়ে কান্দিবাক লৈলা ॥
পুত্ৰৰ সন্তাপে মোৰ দন্দে যুগ যাই।
তথাপিতো জীৱো বাপু তোৰে মুখ চাই ॥৯৬০
তয়ো মোক এৰি যাহা কোন ঠান প্ৰতি।
এবেসে মৰিলো মোৰ নভৈলেক গতি ॥
পুত্ৰ গণে এৰি গৈল কৌৰব খেদন্তে।
সিয়ো দুঃখ পাসৰিলো তোমাক দেখন্তে ॥৯৬১
তয়ো মোক যাহা আবে কোন ঠানে এৰি।
বিদুৰ বিদুৰ বুলি থাকিলন্ত পৰি ॥
হেন দেখি বিদুৰে মনত মহা মন্যু।
মেলি লৈলা পাচে আপোনাৰ ঘোৰ ধনু ॥৯৬২
ধনু বান ধৰিয়া বিদুৰে গুণে মনে।
কৌৰবে বুলিবে গৈল পাণ্ডৱৰ ঠানে ॥

ইটো শঙ্কা তেসম্বাৰ গুচাক মনত।
এহি বুলি ধনু আৰি থৈলা দুৱাৰত ৯৬৩
বিদুৰৰ ধনু দুৱাৰত প্ৰকাশিল।
যাক দেখি ৰাজাগণ সমস্তে ডৰিল ॥
কান্দন্তে ৰহিল নগৰৰ প্ৰজাগণ।
গৈলন্ত বিদুৰ তীৰ্থ সেবিবাক মন ।৯৬৪
মাথে জটা ধৰিলন্ত শয়ন ভূমিত।
ফল মূল আহাৰে ফুৰন্ত পৃথিবীত ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয়।
কৌৰবৰ পুন্য ৰূপ বুলিয়া নিশ্চয় ।৯৬৫
মহাশান্ত ব্যাস সুতে যিবেলা এৰিলা।
জানিবা তেখনে কুৰু সমস্তে মৰিলা ॥
সমাজত ৰহিয়া কৌৰব গণ আছে।
সেহিবেলা ৰাজাগণে মাতিলেক পাছে ॥৯৬৬
শুনা মহাৰাজা দোৰ্য্যোধন নৰপতি।
তযু ঠানে আসি আছো যতেক নৃপতি ॥
যুদ্ধ বিনা কিসক বিফলে ভুঞ্জো অন্ন।
বাহু ছুলকাই যুজিবাক যাই মন ॥৯৬৭
মত্ত হস্তীগণ আনি আছো তযু ঠাই।
বন্ধন নলৰে ঘোৰ যুদ্ধক নপাই ॥

আমাৰো যুদ্ধক প্ৰতি ৰাত্ৰি নিদ্ৰা নাই।
পাণ্ডবক মাৰো আদেশিয়ো মহাৰাই ॥৯৬৮
দোৰ্য্যোধন বদতি শুনিয়ো ৰাজাগণ।
কুৰুক্ষেত্ৰে চলা সবেহন্তে ৰঙ্গ মন ॥
মোৰ লগে চলা ভীষ্ম দ্ৰোণ তোৰা দুই।
দুঃসাশন সশৈন্যে চলিয়ো আগ হুই ॥৯৬৯
একাদশ অক্ষৌহিনী বাছি লাত বাছি।
আসিয়াছে মানে সৈন্য চন্তোক কাছি ॥
দোৰ্য্যোধন ৰাজাৰ শুনিয়া হেন বোল।
উষ মিষ কৰি সবে লাগিল আন্দোল ॥৯৭০
ৰাজাগণ চলি গৈল নানা বাদ্য বাই।
সৈন্যৰ আন্দোলে যেন ভূমি কম্পা যাই ॥
সাত যে অযুত হাতী সাজি ময় মত্ত।
একৈক হস্তীত সাত সাত যে মাহুত ॥৯৭১
দুই জনে আগত অঙ্কুশ ধৰি আছে।
ধনুশৰ ধৰি দুই যাই দিব্য কাছে ॥
বাক পাতি তাহাতে আছয় দুই জন।
এক জনে শক্তি পাত ধৰিছে শোভন ॥৯৭২
হস্তীগণ সালঙ্কৃত বীৰ ঘণ্টা গলে।
লোহাৰ সঞ্জোগ সমে কৃষ্ণ বৰ্ণ জ্বলে ॥

সিন্দুৰে মন্দিত গণ্ড প্ৰকাশয় আতি।
মেঘ মণ্ডলত যেন বিজুলীৰ পান্তি ॥৯৭৩
ঘোৰা সব চলিল সুবৰ্ণ মালা গলে।
ৰাহুতে ডাকন্তে দেখি উৰি যেন চলে ॥
অনেক সহস্ৰ ৰথ চলিলেক কাছি।
ঠানে ঠানে অস্ত্ৰ তাতে বাছি লাত বাছি ॥৯৭৪
দোৰ্য্যোধন ৰাজা পৰ দিবসত যাই।
আগে পাচে ভীষ্ম দ্ৰোণ অধিকে সুৱাই ॥
নাহি সীমা সংখ্যা যত নৃপতি সকল।
সৈন্যৰ আন্দোলে মহী কৰে টলবল ॥৯৭৫
গজ ৰাজী সহিতে সসৈন্যে পৰিহৰি।
বলি যেন ইন্দ্ৰৰ পুৰক দিলে ধৰি ॥
সেহি মতে ৰাজা দোৰ্য্যোধন চলি যাই।
কুৰুক্ষেত্ৰে ৰহিলা সমৰ ভূমি পাই ॥৯৭৬
গড় পাঞ্জি কৰিলেক ৰাজাৰ মন্দিৰ।
হস্তীশালা অশ্বশালা গৃহ নৃপতিৰ ॥
ভীষ্ম দ্ৰোণ কৰ্ণৰ মন্দিৰ বিটোপন।
সেনাগণ সমস্তে ৰহিলা ঠানে ঠান ॥৯৭৭
ৰাজাগণ আগে দোৰ্য্যোধন নৰপতি।
কৰযোৰে ভীষ্মৰ আগত বিনদতি ॥

দোৰ্য্যোধন বদতি শুনিয়ো পিতামহ।
কৌৰব কুলৰ তযু চৰণত গহ ॥৯৭৮
পাণ্ডৱক জিনি আনো বৈৰ যত যত।
সবে অভিলাষ কৰো তযু চৰণত ॥
পশুৰাম ক্ষত্ৰিয় কুলৰ অন্ত কাৰি।
সমৰত তোমাত পলাইল যুদ্ধে হাৰি।৮৭৯
এবে পিতামহ তুমি মোৰ বোল কৰা।
সেনাপতি হুইয়া পাণ্ডৱক ৰণ কৰা ॥
ঠানে ঠানে নিয়ম কৰিয়ো সেনাচয়।
কালি সমৰক লাগি কৰিয়ো নিৰ্ণয় ॥৯৮০
ভীষ্মে বোলে দোৰ্য্যোধন শুনিয়োক বাণী।
মই যেন বীৰ তাক ত্ৰিজগতে জানি ॥
ত্ৰিভূবনে অজয় জানিবি সুৰাসুৰে।
এতে কুন্তী পুত্ৰ বীৰ অৰ্জ্জুনত পৰে ৯৮১
সিয়ো জানে দিব্য অস্ত্ৰচয় চমৎকাৰ।
পাশুপত অস্ত্ৰ আছে জগতে যাহাৰ ॥
মোতো দিব্য অস্ত্ৰ আছে জগতে বিদিত।
সুৰাসুৰ মনুষ্য সবাৰে মনোনীত।৯৮২
মই যদি মাৰো সবে মনুষ্যক মাৰি।
ক্ষণেকে জগত শূন্য কৰিবাক পাৰি ॥

সাক্ষাতে নাঙ্গান তই মোহোৰ মহত।
জগত উবাবে পাৰো শৰ প্ৰহাৰত ॥৯৮৩
আমাৰ শৰত পণ্ডু ৰামে দিলা ভঙ্গ।
পাণ্ডৱক কোনে লেখে যেহেন পতঙ্গ
তথাপিতো বাপু তোৰ আগে কহো সাৰ।
তোকে পাণ্ডৱকে স্নেহ সমান আমাৰ ॥৯৮৪
তই যেন মহাহিত আদৰৰ আতি।
পাণ্ডৱ সিমত মোৰ বংশধৰ নাতি ॥
কিন্তু তই অৰ্থ দিয়া বঢ়াইলি আমাক।
সি কাৰণে তোৰ হুই খোজো যুজিবাক ॥৯৮৫
মই যদি যুজো তেবে আগে কহো সাৰ।
পাঞ্চ ভাই পাণ্ডৱৰ নিচিন্তিবো মাৰ ॥
গুণাকৰ পাঞ্চকো ক্ষেমিবো বলে পাৰি।
তই যদি পাৰস আপুনি দিয়ো ধাৰি ॥৯৮৬
ৰাজাগণ সমন্বিতে কৰ্ণ দোৰ্য্যোধন।
পাণ্ডৱক সমৰত তই জিন ৰণ ॥
ইকথা যদ্যপি তই নেদেখস ভাল।
তেবে আৰো কথা কহো শুনা মহীপাল ॥৯৮৭
মহাবীৰ কৰ্ণক পতিয়ো সেনাপতি।
ৰাজাগণ সমে বাপ কৰিয়ো যুগুতি ॥

দ্ৰোণৰ আমাৰ দুই বৃদ্ধ কলেৱৰ।
তাৰে বশ্য হুইয়া আমি কৰিবোঁ সমৰ ॥৯৮৮
হেন শুনি কৰ্ণে উঠি মাতিলেক পাছে।
ৰাজাগণ সমে দোৰ্য্যোধনে শুনি আছে ॥
কৰ্ণে বোলে পিতামহ শুনিয়ো সম্প্ৰতি।
যৈনানি বুলিলা ধনঞ্জয় মহাৰথি ॥৯৮৯
অৰ্দ্ধৰথি বুলি মোক বিকৰ্থিলা বৰ।
সেহি দিনা অঙ্গীকাৰ কৰি আছো বৰ ॥
যাৱে তুমি ৰণে পৰি নোহোৱা নিৰ্জ্জান।
তাৱে নুযুজিবো নধৰিবো ধনুৰ্ব্বান ॥৯৯০
মধ্যস্থ স্বৰূপে মই চাহিবো সমৰ।
তুমি পীতামহ পৰাক্ৰমী ধনুৰ্দ্ধৰ ॥
বালকৰ দোষ গুণ নধৰিবা মনে।
সেনাপতি হুইয়া ৰণ কৰিয়ো আপোনে ॥৯৯১
বৈসম্পায়ন বদতি শুনিয়ো নৰ পতি।
দোৰ্য্যোধনে ভীষ্মক পাতিলা সেনাপতি ॥
আসনত বসিলেক গঙ্গাৰ কুমাৰে।
আৰণি তুলিয়া আনি ধৰিলন্ত শিৰে ॥৯৯২
দেৱ সেনাপতি কাৰ্ত্তিকৰ নমি পাৱে।
কৃষ্ণৰ চৰণ দুই হৃদয়ে ধিয়াৱে ॥

নাহিকে হৰিষ কাৰ্য্য নিসিজিবে জানি।
অসন্তোষে সেনাপতি ভৈলন্ত আপুনি ॥৯৯৩
কৌৰৱ গণৰ আনন্দৰ সীমা নাই।
চতুৰ্ভিতি বেঢ়ি জয় আনন্দ বঢ়াই ॥
শঙ্খ ভেৰী কাহাল দুন্দুভি বাৱে চানি।
সৈন্যৰ আন্দোলে মাত থিতাতে নুশুনি ॥৯৯৪
দণ্ডে ছত্ৰে ভীষ্মৰ যোগান ধৰি আছে।
উঠি উঠি ৰাজাগণে নমিলেক পাছে ॥
দোৰ্য্যোধন ৰাজা আনন্দতে আছা চাই।
সেহিবেলা নিৰ্ঘাত পৰিল গিৰিসাই ॥৯৯৫
আকাশত শুনি ধৰ ধৰ মাৰ মাৰ।
নেদেখি শৰীৰ বাক্য শুনি চমৎকাৰ ॥
বিমঙ্গল দেখি ভীত ভৈলা কুৰুগণ।
জুমা জুমি কণা কণি কৰে সৰ্ব্বজন ॥৯৯৬
বিমঙ্গল দেখি ভীষ্মে গুণয় মনত।
ইটো ঘোৰ সমৰে সবংশে হুইবোঁ হত।
তথাপিতো খেদ নাহি কৌতুহল মন ॥
ক্ষেত্ৰিয়ৰ যুদ্ধ যজ্ঞ মঙ্গল মৰণ ॥৯৯৭
বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
ধৃতৰাষ্ট্ৰ ৰাজা গই তথাতে আছয় ॥

ভিন্ন গৃহে কৰি কুৰুক্ষেত্ৰে গই তথা।
ৰাত্ৰি দিনে শুনে কুৰু পাণ্ডুৰ কথা ॥৯৯৮
কৌৰবৰ যদি ভীষ্ম সেনাপতি ভৈল।
শুনি দশো দিশত ৰোলক উঠি গৈল ॥
হস্তীগণে দিলা ঘোৰ শবদ আস্ফাল।
শুনি সবে প্ৰজাৰ কৰ্ণত মাৰে তাল ॥৯৯৯
সঞ্জয়ত পোছে ধৃতৰাষ্ট্ৰ মহীপাল।
শুনিয়ো সঞ্জয় ইটো কিসৰ ঘঙ্কাল ॥
দশো দিশে শুনি কিয় আনন্দ বঢ়াই।
নানা বাদ্য ভঙে মোৰ কৰ্ণ ফাটি যাই ॥১০০০
সঞ্জয় বদতি শুনিয়োক নৰপতি।
দোৰ্য্যোধনে ভীষ্মক পাতিলা সেনাপতি ॥
তুম্বুল নিসান ৰোল বাদ্য শুনা মানে।
সৈন্যৰ মহলা ভীষ্ম কৰন্ত আপোনে ॥১০০১
প্ৰথমতে শুনা ৰাজা শঙ্খ ধ্বনি গোট।
অসংখ্য দুন্দুভি মত হস্তীৰ আস্ফোট ॥
সীমা সংখ্যা নাহি যত অসংখ্য পদাতি।
ভীষ্মক মহলা দিলে শল্য নৰপতি ॥১০০২
তাহাৰ সেনাক ভীষ্ম লেখিলেক যত।
গাৱে গাৱে বস্ত্ৰ অলঙ্কাৰ দিলা তত ॥

দেখি তযু পুত্ৰৰ ৰঙ্গৰ সীমা নাই।
শল্য ৰাজা ফিৰি গৈল ভুবন কম্পাই ॥১০০৩
অনন্তৰে শুনা ৰাজা কাহালৰ ধ্বনি।
ভেৰী বাদ্য ভণ্ডে মাত থিৰাতে নুশুনি ॥
বিন্দ অনুবিন্দ ৰাজা অবন্তী দেশৰ।
মহলা দিলেক গই আগত ভীষ্মৰ ॥১০০৪
তাকো বস্ত্ৰ অলঙ্কাৰ দিলা ভাল চাই।
ফিৰি গৈল বিন্দ অনুবিন্দ দুই ভাই ॥
দুন্দুভিৰ বাদ্য ৰাজা শুনা অনন্তৰে।
সুদক্ষিণ নামে ৰাজা কাম্বোজ দেশৰে ॥১০০৫
ভূমি টল বল কৰে সৈন্যৰ আন্দোলে।
মহলা দিলেক সুদক্ষিণ মহীপালে ॥
ভীষ্মেয়ো দিলেক তাক বহু ৰত্ন ধন।
বৃদ্ধৰাজ বুলি কৰিলেক আলিঙ্গন ॥১০০৬
অনন্তৰে শুনা ৰাজা হস্তীৰ আস্ফাল।
সীমা সংখ্যা নাহি পদাতিৰ কোলাহল ॥
মাহেশ্বতী পুৰে স্থিত নীল মহাৰাই।
ভীষ্মত মহলা দিলে সৈন্যে সমে যাই ॥১০০৭
অনন্তৰে শুনা ৰাজা সৈন্যৰ আন্দোল।
ৰথ দৰিষণে নুশুনয় মাত বোল ॥

বেঢ়ি যাই চৌৰাশী হাজাৰ হস্তীপালে।
সবে চতুৰ্দ্দন্ত বীৰ ঘণ্টা জ্বলে গলে ১০০৮
বীৰৰ আটাসে দুই কৰ্ণে মাৰে তাল।
মহলা দিলেক ভগদত্ত মহীপাল ॥
অচলা বৃষক ৰাজা সৌৰাষ্ট্ৰ তথিত।
ধনুৰ টঙ্কাৰ তাৰ শুনি বিপৰীত ॥১০০৯
সীমা সংখ্যা নাহিকে পদাতি আসে যত।
মহলা দিলেক গৈয়া ভীষ্মৰ আগত ॥
তাহাৰ সেনাকো ভীষ্মে লেখিলেক যত।
গাৱে গাৱে বস্ত্ৰ অলঙ্কাৰ দিলা তত ॥১০১০
তৃণ বন ভাঙ্গি সবে ধূলা উৰি গৈল।
বেগেত প্ৰমান বসুমতী খাল ভৈল ॥
জয়দ্ৰথ সুশৰ্ম্মা সহিতে মহামতি।
বসুমিত্ৰ আদি কৰি যতেক নৃপতি ॥১০১১
সংক্ষেপ পয়াৰে তাক কহিবেক কোনে।
কহে ৰাম সৰস্বতী কৃষ্ণৰ চৰণে ॥
এহিমতে যদ্যপি মহলা সাঙ্গ ভৈল।
তযু তনয়ক ভীষ্মে বুলিবাক লৈল ॥১০১২
ভীষ্মে বোলে শুন বাপু ৰাজা দোৰ্য্যোধন।
মহলা কৰিলো মই তযু সেনাগণ ॥

অল্প পৰাক্রমী হীনবল এৰি তয়।
বলৱন্ত বাছি বাছি কৰিলো নিৰ্ণয় ॥১০১৩
একাদশ অক্ষোহিনী লেখিলোহো আত।
মহা পৰাক্রমী আৰো যুদ্ধত শকত ॥
পুনৰপি ভীষ্মে বোলে দোৰ্য্যোধন ৰাই।
নৃপতিৰ ধৰ্ম্ম বাপু কহিবো বুজাই ॥১০১৪
আগবাঢ়ি ঘোৰ ৰণে নুযুজিবে ৰাজা।
যাৰে সমদলে থাকে সেনাপতি প্রজা ॥
ৰণভূমি এৰি দুই প্রহৰ অন্তৰে।
চকি দিয়া তথাতে থাকিব নৰেশ্বৰে ॥১০১৫
আকে জানি বাপু তই থাকিবি পাচত।
পাণ্ডৱক যুজো মই ঘোৰ সমৰত ॥
দোৰ্য্যোধনে বোলে মই নেদেখোহোঁ ভাল।
সমৰ কৰিবে যুধিষ্ঠিৰ মহীপাল ॥১০১৬
মই কেনে লুকাইয়া থাকিবো পাচ হুই।
লোকে হাঁঠিবেক মোৰ বৈলাখ লাগই ॥
হেন শুনি ভীষ্মে বোলে নৃপতি গণক।
শুন শ্রুতায়ু বুলিল কাম্বোজ শঠক ॥১০১৭
বত্রিশ হাজাৰ ৰাজা সসৈন্যে জণ্টাই।
দোৰ্য্যোধন ৰাজাক ৰাখিবা সৰ্ব্বদাই ॥

তোকো শিক্ষা দিয়ো শুন ৰাজা দোৰ্য্যোধন।
যেদি যাই পাণ্ডৱক নকৰিবি ৰণ ॥১০১৮
দেৱতাৰ যুদ্ধ জানে পাণ্ডৱ বিশাল।
দূৰতে থাকন্তে শিৰ কাটে তত্‌কাল ॥
যদি যুদ্ধ লাগে তই পাঞ্চিবি আমাক।
দ্ৰোণ আদি কৰি যাক যিবেলা পাসক॥১০১৯
আৰো কথা কহো শুনিয়োক ৰাজাগণ।
নৃপতিৰ সোদৰ যুবৰাজ দুঃশাসন ॥
তোৰাৰো সোদৰ আসি আছে যত যত।
দুঃশাসন বীৰক ৰাখিয়ো সমৰত ॥১০২০
দোৰ্য্যোধন পুত্ৰ যিটো লক্ষ্মণ কুমাৰ।
বত্ৰিশ হাজাৰ ৰাজা পুত্ৰ ৰক্ষা কৰ ॥
অৱশেষ ৰাজাগণ থাকা মোৰ ঠাই।
যুদ্ধৰ সময়ে আমি নিবন্ধিবো পাই ॥১০২১
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
ভীষ্মক ৰাজাৰ পুত্ৰ ৰুক্ম বীৰ বৰ ॥
যিবেলাত দামোদৰে ৰুক্মিণী হৰিলা।
সিবেলাত ৰাজাগণে বেঢ়ি যুদ্ধ দিলা ॥১০২২
শাইলেক ৰাজাগণ শৰে মাধৱৰ।
পাচে ৰুক্মবীৰে কৰিলেক অঙ্গীকাৰ ॥

কৃষ্ণক নমাৰি ৰুক্মিণীক নেমেলাই।
নপশিবো কুণ্ডিলত পালটি তুনাই ॥১০২৩
এহি বুলি ৰুক্ময়ে কৃষ্ণক দিলা ধাৰি।
তিনি অক্ষৌহিনী সেনা লগে ধৰি আৰি ॥
কৃষ্ণৰ হাতত অঙ্গীকাৰ ভৈল চয় ।
সি ঠাৱতে নগৰ পাতিলা বিটোপন ॥১০২৪
ভোজকত নাম থৈল সিটো নগৰৰ।
কতো দিন সেই ঠানে আছিলা কুমৰ ॥
কতোদিন অন্তৰে যে তাহকো তেজিল।
বোলে কি কাৰণে জোঁও যাদবে জিনিল॥১০২৫
কিম্পুৰুষ সিংহ আছে গন্ধ মাদনত।
তানে ঠাই ধনুৰ্ব্বেদ শিখিলেক যত ॥
তথাহন্তে যাই বাসৱক আৰাধিল।
বৎসৰ অন্তৰে আসি ইন্দ্ৰ দেখা দিল ॥১০২৬
ৰুক্মবীৰে বৰ খোজে বাসৱক পাই।
তযু নিজ ধনু মোক দিয়োক গোঁসাই ॥
কৃষ্ণক জিনিবো মই দিয়ো এহি বৰ।
নিজিনোক মোক জগতৰ ধনুৰ্দ্ধৰ॥ ১০২৭
বাসৱ বদতি কথা শুনা বিদ্য মান।
ত্ৰিভুবনে খ্যাত এই ধনু তিনি খান ॥

অৰ্জ্জুনৰ গাণ্ডীৱ বিজয় ধনু মোৰ।
কৃষ্ণৰ সাৰঙ্গ যাৰ পৰাক্ৰম ঘোঁৰ ॥১০২৮
লৈয়াক বিজয় ধনু হেৰা দিলো মই।
আকে ধৰি পৃথিবীত লভিবি বিজই ॥
ইয়ো বৰ দিলোহো জিনিবি জগতক।
কিন্তু ইটো ধনু নুযুজিবি মাধৱক ॥১০২৯
কৃষ্ণ বলোভদ্ৰ দুই জগত কাৰণ।
তাসম্বাৰ হাতে আছে তোমাৰ মৰণ ॥
আন যাক যুজ জয় হুইবি সেহি ঠান।
এহি বুলি বাসৱ ভৈলেক অন্তৰ্ধ্যান ॥১০৩০
সেই ধনু খান লৈলা ৰুক্ম মহাবীৰ।
বাসবৰ বৰে ভৈলা অবধ্য শৰীৰ ॥
তপস্যাৰ পৰা আসি দেখি বিদ্যমান।
কুৰু পাণ্ডৱৰ যুদ্ধ মিলিলে সি ঠান ॥১০৩১
যদি কৌৰৱক মই জিনিলো ৰণত।
যশস্যা ৰহিব মোৰ তিনি জগতত ॥
তেবে মোক পাণ্ডৱে কৰিব মিত্ৰ অতি।
যাদৱক জিনো মই পাশা খেল পাতি ॥১০৩২
এহি গুণি ৰুক্মে নিজ সৈন্য লৈয়া সঙ্গে।
হস্তী ঘোৰা অসংখ্য পদাতি লই ৰঙ্গে॥

তিনি অক্ষৌহিনী সেনা সহিতে জণ্টাই।
পাণ্ডৱৰ ঠানে গৈলা পৃথিবী কম্পাই ॥১০৩৩
সৈন্যৰ মহলা কৰি পাণ্ডৱ আছন্ত।
দুন্দুভি শবদ কতো দূৰে শুনিলন্ত ॥
মাধৱে সহিতে সবে নিহালিয়া ৰইল।
ৰুক্মবীৰ আসে কতো দূৰে ভেট পাইল ॥১০৩৪
ভয়ঙ্কৰ জলে আতি বাসৱ সমান।
ত্রিভুবনে প্রচণ্ড ধৰিছে ধনু খান ॥
তপৰ প্রভাৱে আতি ভয়ঙ্কৰ জ্বলে।
দেখি মহাভয় ভৈলা পাণ্ডৱ সকলে ॥১০৩৫
পাণ্ডৱৰ বীৰগণ সাৱধান ভৈলা।
অস্ত্র শস্ত্র ধৰি সবে থাক পাতি ৰৈলা ॥
দেখি ৰুক্মবীৰে পাচে পঠাইলেক চৰ।
ঘোৰৰণে সখা আজি ভজিবো তোমাৰ ॥১০৩৬
শুনি যুধিষ্ঠিৰে আগ বাঢ়ি আনিলন্ত।
ৰুক্মবীৰ আসি সমজ্যাত পশিলন্ত ॥
সিংহাসন দিয়াইলা নৃপতি যুধিষ্ঠিৰ।
সসৈন্যে সহিতে ৰহিলন্ত মহাবীৰ ॥১০৩৭
পাচে যুধিষ্ঠিৰ ৰাজা কৰি সতকাৰ।
পুছিলা কিকাৰ্য্যে আইলা পাশক আমাৰ ॥

ত্ৰৈলোক্য বিজয় ধনু আপোনাৰ হাতে।
পৰম প্ৰচণ্ড যেন বাসৱ সাক্ষাতে ॥১০৩৮
কৃষ্ণৰ কুটুম্ব তুমি জানো অভিপ্ৰাই।
সি কাৰণে হৈবা তুমি আমাৰ সহাই ॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
হেন শুনি ৰুক্মবীৰে দিলন্ত উত্তৰ ॥১০৩৯
দুইতো মহাৰাজা আসি আছো তযু ঠাই।
কুটুম্ব সম্বন্ধে দুই আমিয়ো সহাই ॥
কিন্তু মোৰ কথা শুনা অভিপ্ৰায় খানি।
মই যেন ৰাজা তাক ত্ৰিভুবনে জানি ॥১০৪০
সাক্ষাততে মাধৱ জানন্ত বল মোৰ।
ৰুক্মিণী হৰণে যেন যুদ্ধ ভৈল ঘোৰ ॥
প্ৰচণ্ড বিক্ৰম মোৰ শৰ গুৰুত্তৰ।
সম্মুখ সমৰে হাৰিলন্ত দামোদৰ ॥১০.১
অন্যায় কৰিয়া মোৰ হৰিলা ৰুক্মিণী।
ইটো কথা মাধৱত পুছিয়ো আপুনি ॥
অনন্তৰে অৰ্জ্জুনক মাতে ৰুক্মে পাচে।
সভা মাজে বসি ৰাজাগণ শুনি আছে ॥১০৪২
ৰুক্মবীৰ বদতি শুনিয়ো ধনঞ্জয়।
কুৰু সমুদ্ৰত জানিয়াছো তোৰ ভয় ॥

তেবে আজি সমস্তে দেখোক বিদ্যমান।
এতিক্ষণে শৰণে পশিয়ো মোৰ ঠান ॥১০৪৩
তই যাক নপাৰস কৰো অঙ্গীকাৰ।
একেশ্বৰে কৌৰৱ কুলৰ চিন্তো মাৰ ॥
ভীষ্ম দ্ৰোণ কৃপ আদি যত ৰাজাগণ।
একেশ্বৰে মাৰি মই দেঁও ৰাজ্য খান ॥১০৪৪
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
ৰাজাগণে শুনিলেক বচন ৰুক্মৰ ॥
ঘোৰ কৰ্ম্ম কৰিবেক ৰঙ্গ হুইয়া ৰৈল।
সেই বেলা ধনঞ্জয়ে বুলিবাক লৈল ॥১০৪৫
ধনঞ্জয় বদতি শুনিয়ো ৰুক্মবীৰ।
হুইতো তই পৰাক্ৰমী নিকৃষ্ট শৰীৰ ॥
কিন্তু মোক জানিবি কৌৰৱ কুলে জাত।
যাৰ সখি দামোদৰ আছয় যাহাত ॥১০৪৬
দ্ৰোণ শিষ্য মহেশৰ অস্ত্ৰ আছো পাই।
লগত গাণ্ডীৱ ধনু আছন্ত সদাই ॥
দেৱাসুৰ নৰ যাৰ শবদতে ভাগে।
কিমতে বুলিবো কৌৰৱক ভয় লাগে ॥১০৪৭
কুন্তীৰ গৰ্ভত বাসৱৰ বীৰ্য্যে জাত।
অগ্নিদত্ত চাৰি ঘোৰা পৱন সাক্ষাত ॥

যাহাৰ অক্ষয় টোন নাহি ক্ষয় হয়।
যাৰ শ্বাসে কাল কুঞ্জ গণৰ প্ৰলয় ॥১০৪৮
ক্ষুদ্ৰ সম কুৰু সৈন্যগণ মোৰ আগে।
সমৰতে কিসক বুলিবো ভয় লাগে ॥
যিটো ভীষ্মে জগত জিনিলা অপ্ৰয়াসে।
পৰশুৰামে হাৰিয়া পলাইল যাক ত্ৰাসে ॥১০৪৯
ত্ৰিভুবনে পৰাক্ৰমী গুৰু দ্ৰোণ কৃপ।
একোবাৰে জম্বুদ্বীপ পাৰে জিনিবাক ॥
লক্ষে লক্ষে নৃপতি সকলে যাৰ পাশে।
তাহাক জিনিবো ইটো শৃগালক আশে ॥১০৫০
এভো বোলো পাপী তোৰ যুদ্ধক নলাগে।
গৃহক ফিৰিয়া চল শুই থাক লাগে ॥
হেন শুনি রুক্মবীৰ নৰহিল তথা।
চলি গৈলৰাজা দোৰ্য্যোধন আছে যথা ॥১০৫১
সাগৰ সঙ্কাশ নিজ সেনাগণ লই।
দোৰ্য্যোধন নৃপতিক বচন বোলই ॥
দোৰ্য্যোধন আগত রুক্ময়ে বোলে বাক।
ত্ৰিভুবনে যেন বীৰ চিনিবি আমাক ॥১০৫২
থাকন্তোক ভীষ্ম দ্ৰোণ আনো ৰাজাগণে।
পাণ্ডৱত ভয়ে মোক পশিয়ো শৰণে ॥

একেশ্বৰে সাজি মই পাণ্ডুৰক মাৰি।
সকলে পৃথিবী দিবো অকণ্টকা কৰি ॥১০৫৩
শুনি শুনি আছে সবে যাহা নিৰন্তৰে।
মহাথঙ্গে মাতিলন্ত গঙ্গাৰ কুমাৰে ॥
বৃদ্ধ ভৈলো ক্ষেত্ৰিয় কৰ্ম্মত বিপৰীত।
এবে তযু যজ্ঞ আসি ভৈল উপস্থিত ॥১০৫৪
মহাবীৰ ক্ষেত্ৰিগণে বাখিয়ো নপাৰে।
ভয় ভৈলো বুলিবো কিমতে তোৰ ঠাৱে ॥
যিটো বীৰ ধনঞ্জয় জগতে সাৰ।
অযুত হস্তীৰ বল ভীম অনিৰ্ব্বাৰ ॥১০৫৫
তাহাক জিনিবে ইটো বুদ্ধি বালেকৰ।
দুৰাচাৰ পাপী ঐৰ সত্বৰে অন্তৰ ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয়।
কম্ববীৰে নিকস্বাস ভৈলা দুয়ো ঠাই ॥১০৫৬
ফিৰিন গৈলেক পাচে আপোনাৰ ঘৰ।
সেনাগণ সমস্তে জন্তায়া কৌৰৱৰ ॥
কহে ৰাম সৰস্বতী এৰি আন কাম।
নিৰন্তৰে সবে ডাকি বোলা ৰাম ৰাম ॥১০৫৭

উদ্যোগ পৰ্ব্ব সম্পূৰ্ণ।